# দ্বাদশ-প্ৰবন্ধ ।



শ্ৰীপ্ৰতাপচন্দ্ৰ গোস্বামী ।

নলবাৰী সত্ৰ ।




প্ৰকাশক—

শ্ৰীগোপালচন্দ্ৰ বৰুৱা ।

বৰুৱা এজেন্সী,

গৌহাটী ।

মূল্য ।৵০ অনা ।

# পাতনি।

আসামৰ সংস্কৃত টোলবিলাকত মাতৃভাষাৰ এখন পাঠ্য নিৰ্দ্দিষ্ট আছে। চুৰমা উপত্যকাত ৺ভূদেৱ বাবুৰ "আচাৰ প্ৰবন্ধ" পাঠ্য। আসাম উপত্যকাত তেনে কোনো পুথি নথকাত এই অভাব দূৰ কৰিবলৈ "দ্বাদশ-প্ৰবন্ধ" লিখা হল।

আসাম সংস্কৃত বোৰ্ডৰ ভূতপূৰ্ব্ব সভাপতি অধ্যাপক শ্ৰীযুক্ত বনমালী বেদান্ততীৰ্থ এম, এ, বিদ্যাভাৰতী মহাশয়ে অনুগ্ৰহ কৰি ইয়াক এবাৰ চাই দিছে। তেখেতে চাই দিয়াৰ পাচত অলপ অচৰপ পৰিবৰ্ত্তন কৰি ছপোৱা হল।

এই পুথি ছপোৱাৰ সকলো বন্দোবস্ত এনে কি প্ৰুফচোৱা কাম পৰ্য্যন্ত শ্ৰীমান হৰিনাৰায়ণ দত্ত বৰুৱাই কৰিছে; তেওঁ মোৰ ইমান অন্তৰঙ্গ প্ৰিয়পাত্ৰ যে তেওঁক এই কাৰ্য্যৰ বাবে বেলেগে কোনো আশীৰ্বাদ বা ধন্যবাদ দিবৰ আৱশ্যকতা নাই।

এই পুথি ছপাৱ পৰাকৈ নলবাৰী মজলীয়া স্কুলৰ শিক্ষক শ্ৰীমান দেবীদত্ত মেধি, শ্ৰীমান মহেন্দ্ৰনাৰায়ণ মজুমদাৰ আৰু শ্ৰীমান পদ্মনাথ শৰ্ম্মাই লিখি দিছে; এই তিনিওজন ডেকা শিক্ষকক মই আশীৰ্বাদ কৰোঁ যেন তেওঁলোকৰ সদ্বাঞ্ছিত ভগবানে সিদ্ধ কৰে। ইতি—

বিনীত

নলবাৰী সত্ৰ, ১০ কাতি, ১৮৫৬শক

শ্ৰীপ্ৰতাপচন্দ্ৰ গোস্বামী।

# শুদ্ধিপত্র ।

| অশুদ্ধ | শুদ্ধ | পৃষ্ঠা | শাৰী |
|---|---|---|---|
| কৰঞ্জাৰ্কাতিতিক্তকাঃ | কৰঞ্জাৰ্কাতি তিক্তকাঃ | ৮ | ২ |
| ক্ষীৰিকণ্টকী | ক্ষীৰি কণ্টকি | ৮ | ৪ |
| বৰ্দ্ধনং | বৰ্দ্ধনম্ | ১০ | ৪ |
| পৰং | পৰম্ | ১০ | ৫ |
| মলাপহং | মলাপহম্ | ১০ | ৮ |
| পৰং | পৰমং | ১০ | ৯ |
| নৈব | চৈব | ১৩ | ২ |
| মন্নেৰ্ভাগং | মন্নৈৰ্ভাগং | ১৭ | ১৩ |
| অমৃত্যোঃ | আমৃত্যোঃ | ২০ | ৪ |
| সমুদ্ভবং | সমুদ্ভবম্ | ২৩ | ৯ |
| প্ৰতিস্থিতং | প্ৰতিস্থিতম্ | ২৩ | ১০ |
| নৃযজ্ঞেতিথি | নৃযজ্ঞোতিথি | ২৪ | ১৫ |
| ভুবন্নালোকা | ভুবনাল্লোকা | ২৭ | ১ |
| কুৰুতেচ্চ্ৰা | কুৰুতেঃচ্চ্ৰা | ২৯ | ৪ |
| জীৱবলয়া | জীবকলয়া | ২৯ | ৮ |
| মণীষিণাং | মনীষিণাং | ৩১ | ২ |
| স্মৃতং | স্মৃতম্ | ৩৬ | ৩ |
| সাধ্যায়ৈঃ | স্বাধ্যায়ৈঃ | ৩৭ | ১৯ |
| শৌচমাৰ্জবং | শৌচমাৰ্জবম্ | ৪০ | ১৭ |
| প্ৰজা | প্ৰজাঃ | ৪৬ | ২১ |
| ধম | ধৰ্ম | ৪৭ | ৩ |
| ধৰ্ম্মনৈব | ধৰ্ম্মেণৈব | ৪৮ | ৭ |
| কৰ্ম্মোনি | কৰ্ম্মাণি | ৪৯ | ১৬ |

| অশুদ্ধ | শুদ্ধ | পৃষ্ঠা | পংক্তি |
|---|---|---|---|
| উচ্ছাস্ত্র | উচ্ছাস্ত্রং | ৫১ | ১৯ |
| স্মৃতং | স্মৃতং | ৫১ | ১৯ |
| শাস্ত্রিতং | শাস্ত্রিতম্ | ৫১ | ২০ |
| আর্ত্ত | আর্ত্তো | ৫৭ | ৭ |
| মনোবৃত্তানুসারিণীং | মনোবৃত্তানুসারিণীম্ | ৫৭ | ১৯ |
| সন্ধি বেলায়া | সন্ধি বেলায়াং | ৫৯ | ৯ |
| মুপসিতা | মুপাসিতা | ৬১ | ৫ |
| জীবনৈব | জীবন্নেব | ৬১ | ৬ |
| শুদ্র | শূদ্র | ৬১ | ৯ |
| যথাং | যথা | ৬৭ | ১১ |
| ভজাম্যহং | ভজাম্যহম্ | ৬৭ | ১২ |
| বর্দ্ধমানং | বর্দ্ধমানম্ | ৭৫ | ১১ |
| দর্পিতঃ চানুজেন | দর্পিত শ্চানুজেন | ৭৫ | ১২ |
| সবিতাত্মবিতানি | সবিতুর্হ্বিতানি | ৭৯ | ৬ |
| তন্নাশুভ | তন্নোশুভ | ৭৯ | ৭ |
| বাচনিমং | বাচমিমম্ | ৮৯ | ১৪ |
| যুনক্তিঃ | যুনক্তি | ৮৯ | ১৫ |
| সর্ব্বকর্ম্মনাম | সর্ব্বকর্ম্মণাম্ | ৯৩ | ১৫ |
| সর্ব্বধর্ম্মানাং | সর্ব্বধর্ম্মাণাম্ | ৯৩ | ১৬ |
| বিদ্যোদ্দেশ | বিদ্যাহোষা | ” | ” |
| সর্ব্বপনিষদো | সর্ব্বোপনিষদো | ৯৬ | ৬ |
| স্তস্তং | হ্যস্তং | ৯৯ | ৩ |
| নাপরূপাদ্বিমুক্তঃ | নামরূপাদ্বিমুক্তঃ | ৯৯ | ৪ |
| অচিত | অচিৎ | ৯৯ | ৯ |
| নচান্যোমি | নচান্যোস্মি | ১০০ | ৭ |
| স্বভাবান | স্বভাববান্ | ১০০ | ৮ |
| সর্ব্বভদনি | সর্ব্বভদ্রাণি | ১১০ | ২০ |

ওঁ নমো গণেশায় ।

# দ্বাদশ-প্ৰবন্ধ ।



শ্ৰীচৈতন্য পদং নত্বা প্ৰতাপেন দ্বিজন্মনা ।
ক্ৰিয়তে বালবোধাৰ্থং দ্বাদশভিঃ প্ৰবন্ধকৈঃ ॥

## আচাৰ ।

প্ৰতিদিনে পুৱাৰেপৰা ৰাতি শুবৰ সময়লৈ যিবোৰ নিয়ম পালন কৰা যায়, সাধাৰণতে সেই নিয়মবিলাকক আচাৰ বুলিব পাৰি। এই আচাৰ প্ৰধানতঃ দুভাগ। এক ভাগ সাধাৰণ—জাতিবৰ্ণ নিৰ্ব্বিশেষে সকলো মানুহৰে পালন কৰিবলগীয়া, আৰু আন ভাগ বিশেষ আচাৰ। বিশেষ আচাৰ জাতি আৰু দেশভেদে বেলেগ বেলেগ।

আমাৰ স্মৃতিশাস্ত্ৰবিলাকক আচাৰ-সংগ্ৰহ বুলিলেও বৰ বেচি পৰিমাণে অত্যুক্তি নহয়। আমাৰ শাস্ত্ৰত আচাৰৰ উপকাৰিতাৰ বিষয়ে বহুতো বৰ্ণনা আছে আৰু সেই বৰ্ণনাবোৰ বিশ্বাস নকৰিবৰও একো কাৰণ নাই। শাস্ত্ৰত আছে—আচাৰৰপৰা আয়ু লাভ হয়; আচাৰৰপৰা ধৰ্ম্ম লাভ হয়; এনেকি শাস্ত্ৰানুসাৰে সদাচাৰ পালন কৰিলে তাৰপৰা ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ এই চাৰি পুৰুষাৰ্থই সিদ্ধি হয় বুলি পুৰাণ-সংহিতা প্ৰভৃতি প্ৰাচীন শাস্ত্ৰত বিশদৰূপে কোৱা আছে। বাস্তৱিকতেও সদাচাৰ পালন কৰিলে যে ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ এই চাৰিবৰ্গ সিদ্ধিৰ সহায় হয় তাত সংশয় কৰিবৰ একো কাৰণ নাই।

বৰ্ত্তমান কালতো প্ৰত্যেক সদাচাৰনিষ্ঠ পুৰুষেই এই কথাৰ প্ৰত্যক্ষ প্ৰমাণ। আমি মন কৰি চালেই দেখা পাম, যে আমাৰ দেশৰ আচাৰনিষ্ঠ প্ৰাচীন পুৰুষ সকলেই দীৰ্ঘজীৱী, নিৰোগী আৰু সাংসাৰিক সুখতো শ্ৰেষ্ঠ। মই নিজেও এই কথা ডাঠি কব পাৰোঁ—বেছিদিন নালাগে শ্ৰদ্ধা আৰু বিশ্বাসেৰে সৈতে একাদিক্ৰমে অন্ততঃপক্ষে তিনি মাহো যদি শাস্ত্ৰীয় সদাচাৰবিলাক পালন কৰে তেন্তে পালনকাৰী নিজে বুজিব পাৰিব আচাৰ পালন কৰাৰ প্ৰয়োজন কিমান গুৰুতৰ; আৰু এই আচাৰ পালনৰ দ্বাৰা শৰীৰ আৰু মনৰ কিমান উপকাৰ সাধিত হয়; তেতিয়া আৰু আন প্ৰমাণৰ আৱশ্যকতা নাথাকিব।

নিজৰ শাস্ত্ৰ অনুযায়ী সদাচাৰ পালন নকৰিলে মানুহৰ শাৰীৰিক, নৈতিক আৰু মানসিক অৱনতি ঘটে। প্ৰত্যেক জাতিৰ যে বৈশিষ্ট্য আছে সিও নথকা হয়। আচাৰহীন মানুহ ক্ৰমে ক্ৰমে উন্মাৰ্গগামী হয়; "আচাৰহীনাঃ পশুভিঃ সমানাঃ।" যি সমাজৰ বেছি ভাগ মানুহ উন্মাৰ্গগামী আৰু যথেচ্ছাচাৰী হয়, সেই সমাজ কেতিয়াও ভালে থাকিব নোৱাৰে। সমাজত বিপ্লৱ উপস্থিত হয়। সামাজিক আৰু ব্যক্তিগত জীৱনবো সুখশান্তি নোহোৱা হয়। উন্মাৰ্গগামী জাতিৰ ধৰ্ম্ম আৰু সভ্যতাও বেছি দিন ৰক্ষা নপৰে; গতিকে জাতিৰ জাতীয়ত্ব ধ্বংস হয়। জাতিক জাতীয়তাৰ সৰ্ব্বনাশকাৰী—মানৱ সমাজৰ শান্তিভঙ্গকাৰী, সমাজবিপ্লৱ, ধৰ্ম্মবিপ্লৱ এনেকি ধ্বংসৰপৰা ৰক্ষা কৰিবৰ সদাচাৰে এটা প্ৰবল আৰু প্ৰধান অৱলম্বন। সেই দেখিয়েই শাস্ত্ৰত সদাচাৰ পালন কৰিবলৈ ভিয়ে ভিয়ে কৈছে।

আগৰ কালৰ আজি কালিৰ নিচিনা যেই সেই মানুহে যিহকে পায় তাকে এটা কথা লিখি গ্ৰন্থকাৰ নহৈছিল; শাস্ত্ৰকাৰসকল আছিল ত্ৰিকালদৰ্শী, যোগসিদ্ধ, লোকহিতৈষী মহাপুৰুষ। আৰু লোকসকলো আছিল বিশ্বাস পৰায়ণ। সেই দেখি হিন্দুশাস্ত্ৰৰ উপদেশবিলাকৰ কাৰণ শাস্ত্ৰত বিশেষৰূপে বিচাৰ নকৰি কেৱল মাত্ৰ কৈ গৈছিল—যেনে চুৰ নকৰিবা, সঁচা কথা কবা, ৰাতিপুৱাই

উন্নৰা ইত্যাদি। মানুহেও আপ্তবচন বুলি তাকে মানি চলিছিল; তাৰ কোনো কাৰণ অনুসন্ধান নকৰিছিল। যেনেকৈ নাজানি খালেও মহৌষধিৰ ক্ৰিয়া হয়, তেনেকৈ কাৰণ নিবিচাৰাকৈও শাস্ত্ৰবাক্যবিলাক পালন কৰাত মানুহে তাৰ পূৰ্ণৰূপে ফল লাভ কৰিছিল। কিন্তু বৰ্ত্তমান যুগ এটা সংশয়বাদৰ সময়। এই যুগত আমাক লাগে সকলো কথাৰে কাৰণ। এটা কথা শুনিলেই মনত আহি আগেয়ে উকি দিয়ে দহোটা প্ৰশ্নই। এনেই আমাৰ মনৰ অৱস্থা এনেকুৱা, তদুপৰিও দেশত বৈদেশিক শিক্ষা প্ৰচাৰ হোৱাত অৰ্থাৎ আমাৰ ভাব, আমাৰ শাস্ত্ৰ আৰু আমাৰ চিৰাচৰিত আচাৰ বিচাৰৰ প্ৰতি লক্ষ্য নকৰি বৈদেশিক ভাবাপন্ন শিক্ষা প্ৰতিষ্ঠানবিলাক প্ৰতিষ্ঠিত হোৱাত আৰু এক শ্ৰেণীৰ পণ্ডিতন্মন্য লোকৰ দ্বাৰা আমাৰ শাস্ত্ৰ এবং সদাচাৰবোৰৰ অসৎ সমালোচনা হোৱাত আমাৰ মনৰ পৰাও শাস্ত্ৰ আৰু সদাচাৰবিলাকৰ প্ৰতি শ্ৰদ্ধাৰ ভাব কমি গৈছে। খতিকে আমিও সেইবিলাক শাস্ত্ৰ বিহিত সদাচাৰ পালন কৰিলে আমাৰ কিবা ব্যক্তিগত বা সামাজিক উপকাৰ আছে নে নাই তাক ভালদৰে ভাবিচিন্তি নাচাই সেইবিলাকক অৱহেলা কৰিব ধৰিছোঁ। তাৰ ফলত আমাৰ শৰীৰ আৰু মন কণীয়া হৈছে। এই ৰুগ্নশৰীৰ আৰু ৰুগ্ন মন লৈ আমি সংসাৰত কৃতকাৰ্য্য হোৱা দূৰৈৰ কথা এতিয়া নিজৰ অস্তিত্ব ৰক্ষা কৰাই টান হৈছে।

আগৰ কালত আমাৰ এই ভাৰতবৰ্ষৰ ব্ৰহ্মৰ্ষি প্ৰভৃতি দেশেই আছিল চৰিত্ৰৰ বাবে প্ৰখ্যাত। এই দেশৰ মানুহবিলাকেই আছিল জগতৰ সদাচাৰ-শিক্ষক গুৰু। এওঁবিলাকৰ পৰাই সকলো দেশে আৰু সকলো জাতিয়ে নিজ নিজ চৰিত্ৰ শিক্ষা কৰিছিল। মনু সংহিতাত স্পষ্টকৈ লিখা আছে :—

এতদ্দেশ প্ৰসূতস্য সকাশাদগ্ৰজন্মনঃ।
স্বং স্বং চৰিত্ৰং শিক্ষেৰণ পৃথিব্যাং সৰ্ব্বমানবাঃ॥

মুঠ কথা এই দেশৰ পৰাহে আন আন দেশৰ লোকে নৈতিক চৰিত্ৰ আৰু সভ্যতা শিক্ষা কৰিছিল। এতিয়াও আমাৰ ৰক্তত পূৰ্ব্বপুৰুষসকলৰ সেই বীজ নিহিত আছে। অলপ যত্ন কৰি সেই বীজ বিকশিত কৰি লৈ যদি আমি চৰিত্ৰবান আৰু সদাচাৰী হওঁ তেনেহলে আমাৰ সেই পূৰ্ব্বগৌৰব ফিৰি আহিব।

চৰিত্ৰবান্ হবলৈ প্ৰধান উপায় হৈছে সদাচাৰী হোৱা। সদাচাৰীলোক কেতিয়াও চৰিত্ৰহীন হব নোৱাৰে। সদাচাৰৰপৰা যে অকল চৰিত্ৰহে লাভ হয় এনে নহয়, সদাচাৰৰপৰা পূৰ্ণ স্বাস্থ্যশালী অনলস কৰ্ম্মীও হব পাৰে। তলত কেইটামান অৱশ্য পালনীয় আচাৰৰ কথা উল্লেখ কৰা হব, তাক মনদি পঢ়িলেই ভালকৈ বুজা যাব, যে আচাৰ পালনৰ দ্বাৰাই নো কেনেকৈ ধৰ্ম্ম, অৰ্থ, কাম সিদ্ধি হয়। তাতকৈও বেচি সুফল হব, এইবোৰ জীৱনত পালন কৰিলে॥

## প্ৰাতৰুত্থান।

ব্ৰাহ্মমুহূৰ্ত্ত অৰ্থাৎ সূৰ্য্য উদয় হোৱাৰ দুই দণ্ড আগতে শয্যা ত্যাগ কৰি উঠিব লাগে। সূৰ্য্য উদয়ৰ আগেয়ে উঠা অভ্যাস কৰিলে শৰীৰ আৰু মন দুয়োৰে স্বাস্থ্য ভাল হয়; গা পাতল লাগে। প্ৰকৃতি দেৱীৰ উষাকালৰ মধুৰ অনিৰ্ব্বচনীয় শোভা দেখি মন এনে নিৰ্ম্মল আৰু প্ৰসন্ন হয় যে তাক লিখি প্ৰকাশ কৰিব নোৱাৰি। যি মানুহে পূবে বগাৰ দিয়াৰ আগতে উঠি সেই সময়ৰ প্ৰকৃতিৰ অতুলনীয় শ্ৰী, দিশসকলৰ প্ৰসন্ন ভাব লক্ষ্য কৰা নাই, তেওঁ আত্মবঞ্চিত দুৰ্ভাগ্যবান পুৰুষহে।

চৰক-সংহিতা আদি আমাৰ প্ৰধান আয়ুৰ্ব্বেদ শাস্ত্ৰত লিখা আছে—“ব্ৰাহ্ম মুহূৰ্ত্তে উত্তিষ্ঠেৎ স্বস্থো ৰক্ষাৰ্থমায়ুষঃ” নিৰোগী মানুহে পৰমায়ুৰ ৰক্ষা অৰ্থাৎ বৃদ্ধিৰ বাবে পূবে বগাৰ দিয়াৰ আগে উঠিব। ৰাতিপুৱা উঠি সাংসাৰিক

কাৰ্য্যত প্ৰবৃত্তি হোৱাৰ আগতে ভগবানৰ নাম স্মৰণ কৰি সৎকাৰ্য্য কৰিবলৈ সংজাৰত দিনতো নিয়াবলৈ প্ৰাৰ্থনা কৰিব। মনে মনে ভাবিব হে প্ৰভু, হে দয়াময়, হে লোকনাথ পৰমেশ্বৰ, এই সংসাৰ তোমাৰ, তোমাৰ প্ৰীতি সাধনৰ বাবেই সাংসাৰিক কাৰ্য্যত প্ৰবৃত্ত হওঁ।* যি লোকে ৰাতিপুৱাই উঠি এনে প্ৰতিজ্ঞা কৰি কাৰ্য্যত লাগি ধৰে তাৰ দ্বাৰা জগতৰ মঙ্গল নহৈ কোনো অমঙ্গলজনক পাপ কাৰ্য্য হব পাৰে নে? কেনে মহান পবিত্ৰ উদাৰ ভাব।

## মলমূত্ৰ-ত্যাগ।

পুৱা উঠিয়েই মলমূত্ৰ ত্যাগ কৰিবৰ কাৰণে ঘৰৰ নৈঋত কোণে অৰ্থাৎ দক্ষিণ-পশ্চিম কোণে এজন বলবান মানুহে পাৰকৈকে কাঁড় এপাত মাৰি দিলে যিমান দূৰৈত পৰিব কম পক্ষেও তাৰ বাহিৰে গৈ শৌচ প্ৰস্ৰাৱ কৰিব। ঘৰৰ ওচৰতে শৌচ প্ৰস্ৰাৱ কৰিলে তাৰ বেয়া গোন্ধ আহি স্বাস্থ্য নষ্ট কৰিব পাৰে; সেইবোৰ ঠাইৰপৰা মাখি উৰি আহি আমাৰ খাদ্যাদি নষ্ট আৰু অপবিত্ৰ কৰিব পাৰে ইত্যাদি কাৰণতে ঋষিসকলে দূৰলৈ যোৱাৰ ব্যৱস্থা কৰিছে। নৈঋত কোণৰ ফালে শৌচ-প্ৰস্ৰাৱ কৰাৰ স্থানৰ ব্যৱস্থা কৰাটো অভিপ্ৰায় আছে। সাধাৰণতে আমাৰ দেশত বতাহ ঈশান কোণৰপৰা নৈঋত কোণলৈ বলে। সেই দেখি নৈঋত কোণত শৌচ-প্ৰস্ৰাৱ কৰিলে তাৰপৰা কোনো গোন্ধ বা ভাপ নইবা তাত ওপজা কোনো ৰোগ-বীজ অণু প্ৰভৃতি বতাহত উৰি আহি আমাৰ অনিষ্ট কৰাৰ সম্ভাৱনা কম। এনেবোৰ আমাৰ কল্যাণজনক নিয়মবোৰ আমি অৰ্থ পৰিস্থিতিকৈ নাচাওঁ। অথচ শাস্ত্ৰবচনৰ প্ৰতিও শ্ৰদ্ধা-বিশ্বাস নকৰোঁ। কেৱল মূৰ্খৰ নিচিনা তৰ্কবাদ কৰোঁ মাত্ৰ।

---

* শ্লোক :—লোকেশ চৈতন্য মায়াধি দেব, শ্ৰীকান্ত বিষ্ণোৰ্ভবদাজ্ঞয়ৈৱ।
প্ৰাতঃ সমুৎথায় তব প্ৰিয়াৰ্থং সংসাৰ যাত্ৰামণুবৰ্ত্তয়িষ্যে॥

# শৌচ।

শৌচ অর্থ শুদ্ধি, নির্ম্মলতা বা পবিত্ৰতা। শৌচ দুবিধ; বাহিৰৰ আৰু ভিতৰৰ। বাহিৰৰ শৌচ মাটিপানীৰে হয়। ভিতৰৰ শৌচ সজ ভাব, সজ চিন্তাৰে সাধিব লাগে; অর্থাৎ মাটি-পানীৰে ঘঁহি মাজি গাটো মলহীনকৈ ৰাখিব লাগে। সজচিন্তা সজভাবৰ দ্বাৰা মনলৈ কুভাব কুচিন্তা অহা সুৰুঙ্গাবোৰ বন্ধ কৰিব লাগিব। আচলতে যাৰ অন্তৰ শুচি তেওঁহে শুচি। মাটি আৰু পানীৰে বাহিৰটো শুচি কৰিলে শুচি হব নোৱাৰে।

মানুহৰ শৰীৰ বাৰ বিধ বস্তুৰে দূষিত বা অপবিত্ৰ হয়। সেই বাৰটা বস্তু হৈছে;—বসা, শুক্ৰ, ৰক্ত, মজ্জা, বিষ্ঠা, মূত্ৰ, লাল, কাণমাকেৰি, কথা, চকুলো, কেটাৰ আৰু ঘাম। তাৰ ভিতৰত প্ৰথম ছয়টাৰে শৰীৰ দূষিত হলে মাটি আৰু পানীৰে ধুই শুদ্ধ কৰিব লাগে। দ্বিতীয় ছয়টাৰে শৰীৰ দূষিত হলে অকল পানীৰে ধুলেই পবিত্ৰ হয়। আজি কালি এই পিয়াৰ সোপ, গ্লিসাৰিণ সোপৰ দিনত গাত মাটি ঘঁহি গা নির্ম্মল কৰাৰ কথাত অনেক ডেকাৰ আপত্তি লাগিব পাৰে; সেই দেখি মাটিৰ গুণৰ কথা শাস্ত্ৰ অনুসাৰে আৰু ব্যৱহাৰিক ক্ষেত্ৰতো কি দেখা হৈছে তাক অলপ উল্লেখ কৰা যাক। হিন্দুশাস্ত্ৰত মাটিৰ অশেষ গুণৰ কথা লিখা আছে। গাত মাটি ঘঁহিলে গাৰ দুর্গন্ধ দূৰ হয়, ছাল নৰম আৰু চিকণ হয়। অনেক চর্ম্মৰোগও আছে। চমৰিয়া আৰু [illegible] ৰোগত নিকামাটি ঘঁহিলে সুগুণ ধৰে। আৰু আন আন অনেক গুণৰ কথাও আছে। কিন্তু এইবোৰ আমাৰ পুৰণি কালৰ পুৰণি কথা; [illegible] প্ৰামাণিকতা কি আছে? সেই দেখি নতুন বিজ্ঞান হাইড্ৰোপাথিৰ [illegible] হাইড্ৰোপাথিতো মাটিৰ এনেকুৱা গুণ আৰু নিকামাটিৰ [illegible] কথা আছে। এতিয়া বোধকৰোঁ শৌচ কি বুজা হ'ল। শৌচ [illegible] ভয়ংকৰ নিচিনা কিবা এটা ভয়লগা জন্তুবাৰ নহয়.

বোধকৰোঁ তাক আৰু কব নালাগে। এই শৌচৰ প্ৰতিও যি লোকৰ আস্থা নাই তেওঁৰ সম্বন্ধে কলে শাস্ত্ৰৰ ভাষাত কব পাৰি—"মৃদা জলেন শুদ্ধিঃ স্যান্নক্লেশো ন ধনক্ষয়ঃ। যস্য শৌচেপি শৈথিল্যং চিত্তং তস্য পৰীক্ষিতম্॥" কেৱল মাটি আৰু পানীৰে শুদ্ধ হয়; তাত দুখো নাই, ধনোখৰছ নহয়। এই শৌচৰ প্ৰতিও যাৰ ভাব শিথিল তেওঁৰ মন জানিবলৈ আৰু বাকী নাই। অৰ্থাৎ তেওঁৰ নিচিনা এলেহুৱা অকামিলা আৰু ধৰ্ম্মত মতি নথকা কোন হব পাৰে ?

## দন্তধাবন।

দন্তধাবন হিন্দুৰ এটি প্ৰধান আচাৰ। হিন্দুশাস্ত্ৰত ৰাতিপুৱাই উঠি মুনিহ, তিৰী, বুঢ়া, বুঢ়ী সকলোৰে পক্ষে দাঁত ঘঁহি পৰিষ্কাৰ কৰিব লগাৰ ব্যৱস্থা আছে। সূৰ্য্য উদয় হোৱাৰ আগতে দাঁত মাজি শেষ কৰিব লাগে। দাঁতৰ লগত স্বাস্থ্যৰ ঘন সম্বন্ধ আছে। দাঁত বেয়া মানুহে বহুৰোগ ভোগ কৰে। যাৰ দাঁতত মল বন্ধ হৈ থাকে তেওঁ অজীৰ্ণ, কোষ্ঠবদ্ধ আৰু মুখৰ দুৰ্গন্ধ আদি কষ্ট ভোগ কৰিব লগাত পৰে। অন্ততঃ সেই কাৰণেও ৰাতিপুৱাই দাঁত ঘঁহা অভ্যাস কৰা উচিত। জিভাৰ জুতি লবলৈ হলেও দাঁত আৰু জিভা পৰিষ্কাৰ কৰি ৰাখিব লাগে। ধৰ্ম্মহিচাবেও দাঁতত মল থকা মানুহৰ ঈশ্বৰৰ পূজাত অধিকাৰ নাই।

শাস্ত্ৰত দাঁত ঘঁহিবলৈ কিছুমান কাঠ থিৰ কৰি দিছে। সেইবোৰ কাঠেৰে দাঁত ঘঁহিলে দাঁতৰ গুৰি শকত হয় আৰু বহুদিনলৈ দাঁত ভালে থাকে। তদুপৰিও সেইবোৰ কাঠৰ কীট নাশক গুণ থকাত দাঁতৰ গুৰিত কেনো পোক থাকিলে নাইবা মুখৰ ভিতৰত কোনো ৰকম দূষিত বীজাণু আদি থাকিলে সিও নষ্ট হয়। কাঠবোৰৰ নাম তলত দিয়া হল ;—

# তৈল মৰ্দ্দন।

শাস্ত্ৰত নিষেধ কৰা দিনৰ বাহিৰে আন দিনত গা ধোৱাৰ আগতে গাত ভাল দৰে তেল ঘঁহিব লাগে। ডাঠকৈ গাত তেল ঘঁহিলে কিছু পৰিমাণে ব্যায়ামৰ কাৰ্য্যও হয়। তেল ঘঁহাৰ পৰা গা ডাঠ আৰু ছাল চিকণ হয়। বায়ু ৰোগ গুচে, মানুহ সোনকালে বুঢ়া নহয়, পৰিশ্ৰম কৰিব পৰা আৰু শৰীৰ ব্যায়ামৰ ক্লেশ ভোগৰ উপযুক্ত হয়। তেল ঘঁহা মানুহৰ শৰীৰলৈ সহজতে ৰোগৰ বীজাণু প্ৰবেশ কৰিব নোৱাৰে। ভৰিৰ তলুৱা, কাণ, নাভি আৰু মূৰত তেল ঘঁহিলে জৰাব্যাধি নাশ হয়। এইবোৰ কথা আয়ুৰ্ব্বেদ শাস্ত্ৰত লিখা আছে। আমাৰ কথাতো আছে—"কৰ্ণেকণ্ঠ নাভি তেল, তাৰ ধৰক বৈদ্য গল বা নগল।" এইবোৰ সুফলৰ অংশ কৰিলে দিনে দিনে তেল ঘঁহা যে কিমান আৱশ্যক তাক নকলেও হব। বমনা মানুহ আৰু অজীৰ্ণ ৰোগী তেল ঘঁহা নিষেধ। গা ধুই উঠিও তেল ঘঁহিব নাপায়।

"বৰ্জ্জ্যোভ্যঙ্গঃ কফগ্ৰস্তৈ কৃত সংশুদ্ধ্যা জীৰ্ণিভিঃ॥"

## স্নান।

স্নান হিন্দুৰ পক্ষে সকলোতকৈ প্ৰধান আৰু অৱশ্য পালনীয় আচাৰ। ৰোগ আদিৰ দ্বাৰা অসমৰ্থ নহলে হিন্দুৱে প্ৰতি দিনে স্নান কৰিব লাগে। স্নান নকৰাকৈ হিন্দুৰ কোনো ধৰ্ম্ম কৃত্য বা ভোজন আদি কৰাও নিষেধ। গা ধুলে গাৰ মল দূৰ হয়, শৰীৰ পৰিষ্কাৰ থাকে আৰু লোমৰ গুৰিৰ সুৰুঙ্গাবোৰ মুকলি হৈ গাৰ ভিতৰৰ পৰা অনিষ্টজনক দূষিত বস্তুবোৰ বাহিৰলৈ ওলাবৰ সুবিধা হয়। সেই দেখি নিত্যস্নায়ী ব্যক্তিৰ ৰোগ ব্যাধিও কম হয়, আৰু স্নান কৰিলে মনো প্ৰফুল্ল হয়।

শৰীৰ অত্যন্ত মলিন আৰু নখন দুৱাৰ বা নটা ছিদ্ৰযুক্ত। এই নটা

ছিদ্ৰ পথেদি দিনে-ৰাতি অবিশ্ৰামভাৱে নানা দূষিত মল ওলাই শৰীৰ অশুচি কৰি ৰাখে। স্নানৰ দ্বাৰাই সেই অশুচি শৰীৰ শুচি হয়। শাস্ত্ৰত স্নানৰ ফল এইদৰে বৰ্ণোৱা আছে ;—

"মনঃ প্ৰসাদজননং ৰূপসৌভাগ্যবৰ্দ্ধনং।
শোক দুঃখ প্ৰশমনমাৰোগ্য জননং পৰং॥"

স্নানৰ দ্বাৰা মন প্ৰসন্ন হয়, ৰূপ-সৌভাগ্য বৃদ্ধি পায়, শোক-দুঃখ প্ৰশমিত হয়, আৰু পৰম আৰোগ্য লাভ হয়।

"স্নানং পবিত্ৰমায়ুষ্যংশ্ৰম স্বেদ মলাপহং।
শৰীৰ বল সন্ধানং কেশ্যমোজস্কৰং পৰং॥"

স্নান পবিত্ৰতা জনক, আয়ুবৰ্দ্ধক, শ্ৰম, স্বেদ, আৰু মলনিবাৰক। শৰীৰৰ বল ৰক্ষাকাৰী, চুলিৰ পক্ষে হিতকাৰী আৰু পৰম ওজোবৰ্দ্ধক।

শাস্ত্ৰত স্নানৰ সংমাৰ্জন, অবগাহন আদি বহু প্ৰকাৰ ভেদৰ কথা উল্লেখ আছে। সেইবিলাক ইয়াত উল্লেখ কৰিবলৈ ঠাইৰ নাটনি। বিশেষতঃ ই এটি সৰু পুথি হে। ব্ৰাহ্মণসকলে জানিবৰ ইচ্ছা কৰিলে আচাৰ সম্পৰ্কীয় [illegible] পুথি এতিয়া সহজতে পোৱা গৈছে ; সেইবিলাক চালেই ভালদৰে জানিব পাৰিব।

আমাৰ শাস্ত্ৰত নানা প্ৰকাৰে স্নানৰ মাহাত্ম্য বৰ্ণোৱা আছে। বিশেষ বিশেষ দেৱতাৰ পূজা কৰিব লগীয়া দিনত দেৱতাক মহাস্নান কৰাব লাগে। ৰজাবিলাকৰ অভিষেকৰ সময়ত অভিষেক স্নান কৰাব লাগিছিল। পঢ়াশুনা শেষ কৰি মানুহ "স্নাতক" হৈছিল। সমাবৰ্ত্তন সংস্কাৰৰ স্নানেই প্ৰধান অঙ্গ। স্নানৰ [illegible]। ব্ৰাহ্মণবিলাকৰ সন্ধ্যাৰ মন্ত্ৰৰ ভিতৰতে "আপঃ" বা জলৰ ওচৰত প্ৰাৰ্থনাৰ কথা আছে।

# প্ৰসাধন।

প্ৰসাধন শব্দৰ অৰ্থ বেশবিন্যাস। গা ধুই উঠি প্ৰসাধনৰ প্ৰধান অঙ্গ বস্ত্ৰ-পৰিধান আগে কৰিব লাগে। কাপোৰ পিন্ধাৰ দুটা উদ্দেশ্য। লজ্জা নিবাৰণ আৰু স্বাস্থ্য ৰক্ষা। গতিকে কাপোৰ এনেকুৱা চাই পিন্ধিব লাগে যি লজ্জা নিবাৰণ আৰু স্বাস্থ্য ৰক্ষাৰ বাবে উপযোগী হয়। মুনিহ মানুহৰ পক্ষে ধোৱা নিকা কাপোৰেই ভাল। তিৰী মানুহে ইচ্ছা অনুসাৰে ৰং থকা চিত্ৰ-বিচিত্ৰ কাপোৰও পিন্ধিব পাৰে। শাস্ত্ৰত হাতে কটা সূতাৰে মল নোহোৱা আৰু দহি থকা কাপোৰ পিন্ধিবলৈহে বিধি আছে। মল হোৱা দহি নথকা কাপোৰ পিন্ধিব নাপায়। আৰু ধন থকা মানুহে ফটা চিলা কাঁসি তালি মলা কাপোৰও পিন্ধিব নাপায়। ময়লা কাপোৰে স্বাস্থ্য হানি কৰে; আৰু পিন্ধোতাৰ শ্ৰীসম্পদ নাশ কৰি নানা ৰোগৰও কাৰণ হয়। বিৰত কহিছো পৰিচ্ছদ দিল।

সেই দেখি শাস্ত্ৰকাৰসকলে ময়লা কাপোৰ পিন্ধিব পুনঃ পুনঃ নিষেধ কৰিছে। কাপোৰ ধুই চাফা কৰি লোৱাত কোনো বিশেষ খৰচো নাই আৰু দুখো নাই; নকৰা কেৱল এলাহৰ কাৰণ।

মানুহৰ গাত নানা প্ৰকাৰ ৰোগ থাকিব পাৰে। আৰু আপোন মানুহ হলেও কাৰ গাত কি ৰোগ আছে নাই, তাক জানিবৰও উপায় নাই। অথচ কণীয়া মানুহে পিন্ধা কাপোৰত ৰোগৰ বীজ আৰু ঘা, খেচ আদিৰ তেজ-পূঁজও লাগি থাকিব পাৰে। গতিকে তেনেকুৱা ৰোগৰ বীজ আদিৰ দ্বাৰা দূষিত কাপোৰ পিন্ধিলে নিৰোগী মানুহৰ শৰীৰতো ৰোগ হোৱাৰ সম্ভাৱনা বৰ বেছি, সেই দেখি আগৰ শাস্ত্ৰকাৰসকলে মানুহৰ কল্যাণ কামনাৰে আনে পিন্ধা কাপোৰ আৰু ব্যৱহৃত বিছনা, গাৰু, কমণ্ডলু, মালা আদি ব্যৱহাৰ কৰিব বাধা দিছে।

"মৈত্রং প্রসাধনং স্নানং দন্তধাবনমেবচ।
পূর্ব্বাহ্নে নৈব কুর্ব্বীত দেবতানাঞ্চ পূজনম্ ॥"

শৌচ, প্রস্রাব, প্রসাধন, দন্তধাবন, আৰু দেবতাৰ পূজা আগাপৰতে কৰিব।

## তিলক ধাৰণ।

তিলক ধাৰণ অৰ্থাৎ ফোটা পিন্ধা। ফোটা পিন্ধাও হিন্দুৰ এটী আচাৰ। এই আচাৰ পালন কৰাৰ পৰা হিন্দুৰ বৈশিষ্ট ৰক্ষা হয়। জাতীয় স্বতন্ত্রতা সদায় স্মৰণ থাকে। আৰু বেলেগ বেলেগ সম্প্রদায়ৰ বেলেগ বেলেগ তিলকৰ নিয়ম থকাও সম্প্রদায় ভেদে মানুহক চিনি পাবৰো এটা ই সহজ উপায়। আজি কালিও এনেকৈ বেলেগ বেলেগ সম্প্রদায়ৰ মানুহে বেলেগ বেলেগ চিহ্ন ধাৰণ কৰে। কোনোৱে গাৰ চালত তাৰা চিহ্ন আৰু আন কোনো সম্প্রদায়ে বা আন কোনো চিহ্ন ধাৰণ কৰে। ইয়াৰ বাহিৰেও তিলক ধাৰণৰ আন উপকাৰিতাৰ বিষয়ে শাস্ত্রত কোৱা আছে। হিন্দুৰ পূজা, সেৱা, শ্রাদ্ধ, তৰ্পণ আদি কোনো ধৰ্ম্মকৃত্যক তিলক বিহীনকৈ কৰিব নাপায়। সেই নিমিত্তেও প্রতিদিনে সন্ধ্যা-উপাসনা আদি কৰাৰ আগতে তিলক ধাৰণ কৰা কৰ্ত্তব্য।

দুই এজন প্রাচীন পন্থী পুৰোহিতশ্রেণীৰ বামুণত বাজে আন সকলেও প্রায় ফোটা লোৱাটো কুসংস্কাৰ নাইবা অসভ্যতাৰ চিন বুলিয়ে এৰি দিছে। কিন্তু আন নহলেও নিজৰ জাতীয়তাৰ আৰু স্বদেশীকতাৰ স্মৰণ ৰাখিবলৈও অন্ততঃ ফোটা লোৱা যুগুত। আজি কালিৰ লৰাছোৱালীবিলাকৰ মনত ফোটাৰ প্রতি কেনে ধাৰণা জন্মিছে তাৰ প্রমাণ আমাৰ ঘৰুৱা কথা এটাৰ ভিতৰতে আছে; সেই দেখি ঘৰুৱা কথাটো ইয়াতে তুলি দিলোঁ।

আমাৰ ঘৰত এজনী সৰু ছোৱালী আছে। চিলং চহৰত মই এই কিতাপ

[illegible] থকাৰ ভিতৰতে এদিন পিন্ধি উৰি আমাৰৰ মন্ত্ৰী ডাঙৰীয়াৰ লগত দেখা কৰিবলৈ ওলালোঁ। এনেতে ভাই মোত সুধিলে "ডাঙৰ পিতি! কোক যাবি? নই [illegible] মন্ত্ৰীক দেখা কৰিবলৈ। ভাই তেতিয়া কৈ উঠিল, যে" এনে [illegible] ফোটা লৈ মন্ত্ৰীৰ ওচৰলৈ যাবি নে? ফোটাটো মচি পেলা।" ভাইৰ [illegible] মনত ফোটা লৈ মন্ত্ৰীক দেখা কৰিবলৈ যোৱাটো যেন কিবা বিসদৃশ হৈছিল। [illegible] ভাইৰ দোষ নাই, দোষ আমাৰ। আমাক দেখি শুনিহে তেওঁ তেনেকুৱা শিক্ষা পাইছে। নিজৰ আচাৰ-ব্যৱহাৰৰ প্ৰতি এনেকুৱা ভাব হব নালাগে। বিশেষতঃ হিন্দুৰ নিচিনা অতি প্ৰাচীন সুসভ্য জাতি এটাৰ আচাৰ ব্যৱহাৰত এনে কোনো কথা নাই, যাক আজি বিংশ শতাব্দীতো সেই সেই জাতিৰ লোকৰ আগত প্ৰকাশ কৰিবলৈ সঙ্কোচ বোধ কৰিব লাগে।

তিলক ধাৰণৰ প্ৰতি প্ৰায় ভাগ মানুহৰে অৱহেলা হোৱাৰ কাৰণতহে ইমান কথা লিখা হ'ল। লোকমান্য তিলক মহাৰাজে ফোটা পিন্ধি ফুৰিছিল। এতিয়াও ভাৰতবৰ্ষৰ শ্ৰেষ্ঠ পুৰুষসিংহ পণ্ডিত মালব্য হেন লোকে ফোটা পিন্ধে। এইবোৰ দেখি শুনি এতিয়া আকৌ দুই এজে ফোটা পিন্ধিব ধৰিছে।

তিলক ধাৰণৰ পিচতে সন্ধ্যা-উপাসনাৰ কথা আহিব পাৰে। কিন্তু উপাসনা বুলি বেলেগ প্ৰবন্ধ এটাত সন্ধ্যা আদিৰ বিষয়ে দুই চাৰি কথা কোৱাৰ মনস্থ আছে। এতিকে ইয়াত সেই বিষয় বাদ দিয়া হল।

## ভোজন আৰু মুখ-শুদ্ধি।

[illegible] যিদৰে বহু মানুহৰ সংস্ৰৱত লগা বস্তুৰ লগত [illegible] নানা ৰোগৰ বীজ-অণুসকলৰপৰা শৰীৰ আৰু পিন্ধা উৰা [illegible] দূষিত হয়, সেইদৰে নিজৰ গাৰ পৰাও [illegible] গুৰিব সুৰুঙ্গা [illegible] ওলাই শৰীৰ আৰু কানি-কাপোৰ দূষিত কৰে।

এইৰূপে দূষিত হোৱা শৰীৰ আৰু কাপোৰ-কানিৰ সংস্ৰৱত খাদ্য বস্তু দূষিত হলে তাৰ পৰা উপকাৰ নহৈ অপকাৰ হে হয়। সেই দেখি যাতে দূষিত শৰীৰ আৰু দূষিত কাপোৰ-কানিৰ সংস্ৰৱত আমাৰ খাদ্যবোৰ দূষিত হৈ আমাৰ অনিষ্টজনক নহয়, তাৰ বাবে শাস্ত্ৰকাৰসকলে বিনাস্নানে বাহিৰ কুৰা কাপোৰেৰে আৰু সেই সিচিনা বাহি কাপোৰ পিন্ধি ভোজন কৰিব নিসেধ কৰিছে।

ভোজনৰ প্ৰধান উদ্দেশ্য হৈছে, শৰীৰৰ প্ৰধান ক্ষয় হোৱা অংশবোৰ পূৰণ কৰি শৰীৰত নতুন ৰক্ত-কণিকা জন্মাই শৰীৰ পোষণকৰা গতিকে আমাৰ খাদ্য বস্তুবোৰও তাৰ উপযোগী হব লাগে। যি বস্তু সোৱাদ, গেলা পচা নহয়, আৰু সাৰ সাৰভাগ বেছি আনি তেনে বস্তুহে ভোজন কৰা যুগুত। আমি সদায় যিবোৰ বস্তু খাওঁ খাদ্য হিচাবে সেইবোৰ বস্তুও নিকৃষ্ট নহয়; কেৱল চাই চিন্তি সাৱধানহৈ ভালদৰে ব্যৱহাৰ কৰিলেই হয়। গীতাত ভগৱান শ্ৰীকৃষ্ণই উত্তম খাদ্যৰ কথা এইদৰে কৈছে :—

"আয়ুঃসত্ত্ব বলাৰোগ্য সুখপ্ৰীতি বিবৰ্দ্ধনাঃ।
ৰস্যাঃ স্নিগ্ধা স্থিৰা হৃদ্যা আহাৰা সাত্ত্বিকপ্ৰিয়াঃ ॥"

যি খাদ্যৰ পৰা আয়ু, বল, সত্ত্ব, আৰোগ্য, সুখ, প্ৰীতি বাঢ়ে, যি খাদ্য ৰসযুক্ত অৰ্থাৎ সোৱাদ, স্নিগ্ধ অৰ্থাৎ কোমল আৰু তেল থকা, সাৰ থকা হৃদ্য অৰ্থাৎ আনন্দজনক সেই খাদ্যহে সাত্ত্বিক উত্তমলোক সকলৰ প্ৰিয়। বেছি জ্বলা, বেছি টেঙা, বেছি লুণীয়া, তীক্ষ্ণ, বিদাহী আদি গুণথকা খাদ্য নধ্যম আৰু পচা, বাহি, সোৱাদ নোহোৱা, নেকা এবং বিকৃত ৰস যুক্ত অৰ্থাৎ যি বস্তুৰ যি সোৱাদ তাৰ বিপৰীত হোৱা আহাৰ অধম। অধম খাদ্য সদায় বৰ্জ্জন কৰিব লাগে।

ত্ৰিকালদৰ্শী মুনিসকলে আহাৰ গ্ৰহণ সম্পৰ্কে বহুতো ভাল ভাল নিয়ম

বান্ধি থৈ গৈছে। সেই নিয়মবোৰ পালন কৰিলে আমাৰ উপকাৰ নহৈ নোৱাৰে। তাৰে কেইটা মান তলত তুলি দিলোঁ।

১। মানুহৰ স্বভাৱ-চৰিত্ৰ আদি দেখা মাত্ৰকতে জানিবৰ কোনো উপায় নাই আৰু অনেকৰ বান্ধনি শালও লেতেৰা। সেই দেখি ভালদৰে নজনা নুশুনা জনৰ হাতে নাখাব।

২। নানা প্ৰকাৰ ধূলি বালি পৰি আৰু অনেক অজ্ঞাত কুলশীল লোকৰ স্পৰ্শত অশুদ্ধ হয়; সেইদেখি হাত বজাৰ বা আন কোনো প্ৰকাশ্য ঠাইত থকা খাদ্য গ্ৰহণ নকৰিব।

৩। খোৱাৰ আগতে হাত দুখন ভৰি দুখন আৰু মুখ এই পাঁচ অঙ্গ ভালদৰে ধুই লব। ইয়াৰ পৰা গাঠি লগা আদি অনেক আকস্মিক বিপদ আৰু অনেক ৰোগৰ পৰা মুক্ত পাব পাৰি। সেই দেখি আমাৰ শাস্ত্ৰেও আদেশ কৰিছে—“পঞ্চাৰ্দ্ৰশ্চৈব ভুঞ্জীত”।

৪। সকলো বস্তু ধীৰে সুস্থে ভালদৰে চোবাই খাব। এই নিয়ম পালন কৰিলে অগ্নিমান্দ্য আৰু অজীৰ্ণ জনিত ৰোগৰ হাত সাৰিব পাৰি।

৫। আগে ল'ৰা-ছোৱালী, নবোৱাৰী, গৰ্ভৱতী তিৰোতা, ৰোগী আৰু অতিথিক খুৱাই পিচতহে গৃহস্থই নিজে আহাৰ কৰিব। তেহে গৃহস্থৰ সুখ শান্তি, আৰোগ্য আৰু যশস্যা বাঢ়ে।

৬। অতিথি, চাকৰ আৰু আন খাওঁতাবিলাকৰ লগত মূল গৃহস্থৰ খাদ্য বেলেগ হব নালাগে। এই নিয়ম পালিলে অনেক অপ্ৰীতিকৰ গৃহকন্দলৰ পৰা আঁতৰত থাকিব পাৰি আৰু চাকৰবিলাকৰো গৃহস্থৰ প্ৰতি আপোন ভাৱ আহে।

৭। ভালদৰে মচা শুদ্ধ আৰু সমান ঠাইত বহি আগে দেৱতাৰ উদ্দেশ্যে খাদ্যদ্ৰব্য উৎসৰ্গ কৰি পিছত নিজৰ বিত্তৰ অনুৰূপ পাত্ৰত ভোজন কৰিব।

৮। প্ৰসন্নমনে হিংসা, দ্বেষ, ক্ৰোধ আদিৰ পৰা নিজক দূৰৈত ৰাখি

খাব লাগে। তেহে ভাল দৰে হজম হব। এনেকৈ নাখালে যি বস্তু খায় সি আমাৰ গাত নলগা বুলি আমাৰ চলিত কথাতো কয়।

৯। বেছিকৈ খালে শৰীৰ ৰুগীয়া হয়, আয়ু টুটে আৰু বেচি খোৱা মনুহক মনুহে খকুৰা বুলিও নিন্দা কৰে। সেই দেখি অতি ভোজন পৰিত্যাগ কৰিব। মহৰ্ষি মনুৱে লিখিছে ঃ—

"অনাৰোগ্য মনায়ুষ্য মস্বৰ্গ্যঞ্চাতিভোজনম্।
অপুণ্যং লোকবিদ্বিষ্টং তস্মাৎ তৎ পৰিবৰ্জয়েৎ॥"

১০। সাৰ বস্তু কাঢ়িলোৱা খাদ্য গ্ৰহণ কৰিলে তাৰ পৰা শৰীৰৰ কোনো উপকাৰ নহয়; সেই দেখি সাৰশূন্য খাদ্য যেনে ঃ—খলিহৈ প্ৰভৃতি ভোজন নকৰিব।

১১। পেটৰ দুভাগ অন্নেৰে এভাগ পানীৰে পূৰ কৰিব আৰু এভাগ বায়ু চলাচলৰ কাৰণে খালিকৰি ৰাখিব।

জঠৰং পূৰয়েদৰ্দ্ধমন্নৈৰ্ভাগং জলেনচ।
বায়োঃ সঞ্চৰণাৰ্থন্তু চতুৰ্থ মব শেষয়েৎ॥
(বিষ্ণুপুৰাণ)

১২। অতি পুৱাতে বা সন্ধ্যা সময়ত কোনো বস্তু নাখাব। আৰু ৰাতিৰ খাদ্য লঘুপাকী আৰু পৰিমাণতো কম হোৱা উচিত।

১৩। খাই বৈ উঠি ভালদৰে মুখ-হাত ধুই আৰু দাঁতৰ খাজত সুমাই থকা খোৱা বস্তুৰ অংশবোৰ ভালদৰে খৰিকাৰে উলিয়াই পেলাব। তেহে মুখ নোগোন্ধাব আৰু দাঁত ভালে থাকিব।

১৪। খাই বৈ উঠি ভালদৰে আৰাম কৰি একঘণ্টা মান সময় বহিব।

তেহে খোৱা বস্তু পেটত বহিব। আহাৰ পেটত বহাৰ আগতে শুলে ভালদৰে জীৰ্ণ নহয়।

১৫। খাই বৈ উঠি তামোল খালে পৰিপাক শক্তি বাঢ়ে। সেই দেখি খাই বৈ উঠি দুই এখন তামোল খাব আৰু পিছত ভালদৰে মুখ ধুই পেলাব। ব্ৰহ্মচৰ্য্য ৰক্ষাৰ বাবে চেষ্টা কৰিলে তামোল নাখাই শিলিখা, আমলখু আদি খাব। ভোজন সম্পৰ্কে অন্ততঃ এই পোন্ধৰটা নিয়ম পালন কৰিলেও অনেক ৰোগ-ব্যাধিৰ আক্ৰমণৰপৰা দূৰৈত থাকিব পাৰি।

## ধনোপাৰ্জন আৰু ব্যয়।

হিন্দু শাস্ত্ৰমতে ধন-উপাৰ্জন কৰাও ধৰ্মকাৰ্য্য। সেই নিমিত্তে ধন উপাৰ্জনও ভগবানৰ প্ৰিয়কাৰ্য্য ভাবি সাধুভাবে আনৰ অনিষ্ট নকৰাকৈ ধন উপাৰ্জনৰ চেষ্টা কৰিব লাগে। নিজৰ শাৰীৰিক আৰু মানসিক শক্তি খটাই ধন উপাৰ্জন কৰিব লাগে। অন্যৰ উপাৰ্জিত ধন ছলে বলে হৰণ কৰি আনিলে তাক ধন উপাৰ্জন নোবোলে। সি চৌৰ্য্য বৃত্তিহে। চুৰি কৰাৰ সমান পাপ নাই। অনেকে ভেটী আদি খাইও ধনবৃদ্ধি কৰাৰ চেষ্টা কৰে। কিন্তু এইটো সদায় মনত ৰাখিব লাগে যে ভেটী খোৱাৰ সমান ডাঙৰ পাপ কমেই আছে। ভেটী খোৱা মানুহৰ চৰিত্ৰহীন হয় আৰু ভেটী খোৱা মানুহ সকলোৰে অবজ্ঞাৰ পাত্ৰ হয়।

আত্মসম্মান হানি কৰিও ধন উপাৰ্জন কৰা উচিত নহয়। ধনতকৈ আত্মসম্মান ডাঙৰ আৰু মূল্যবান বস্তু। শাস্ত্ৰত জাতিবৰ্ণ ভেদে ধন উপাৰ্জনৰ বাট বেলেগ বেলেগ ৰকমে বৰ্ণিত আছে। আজিকালি বৃত্তি সঙ্কটৰ সময়ত সম্পূৰ্ণৰূপে শাস্ত্ৰ নিৰ্দিষ্ট উক্তম পথত চলা টান হলে শাস্ত্ৰত যি জাতিৰ আপদ কালত বিধাবস্থা আছে তাকো অবলম্বন কৰা উচিত। তেনে কৰিলে বৃত্তি সঙ্কটৰ পৰাও ৰক্ষা হয়; আৰু সুখ শান্তিৰে ঘৰ গৃহস্থিও চলাব পাৰি।

বামুণৰ লৰাবিলাকে এইটো মনত ৰাখিব লগীয়া কথা যে বৃত্তিসঙ্কট উপস্থিত হোৱাত তেওঁলোকে ৰান্ধনি থকা আদি হীন কাম নকৰি খেতি পথাৰ কৰি খোৱা ভাল। আপদ কালত ব্ৰাহ্মণৰ পক্ষে কৃষি ধৰ্ম্মবৃত্তি বুলি শাস্ত্ৰকাৰ সকলে নিৰ্দ্দেশ কৰিছে। এইদৰে সাধুভাবে উপাৰ্জিত ধন ৰক্ষা আৰু বৃদ্ধিৰো বন্দবস্ত ৰাখিব লাগে। শাস্ত্ৰত কৈছে ;—

"অৰ্থমূলা ক্ৰিয়া সৰ্ব্বা যত্নস্তস্যাৰ্জনে মতঃ।"
ৰক্ষণং বৰ্দ্ধনং ভোগ ইতি তত্ৰ বিধিক্ৰমাৎ॥"

সকলো কাৰ্য্যৰ মূল অৰ্থ; সেই কাৰণে অৰ্থ উপাৰ্জন কৰিব লাগে। উপাৰ্জিত অৰ্থৰ ৰক্ষা, বৃদ্ধি আৰু ভোগও কৰিব লাগে। তলত লিখাৰ দৰে শাস্ত্ৰকাৰ সকলে অৰ্থ বিভাগ কৰিবলৈ কৈছে ;—

"পাদেনাৰ্থস্য পাৰত্ৰ্যং কুৰ্য্যাৎ সঞ্চয়মাত্মবান।
অৰ্দ্ধেনচাত্মভৰণং নিত্য নৈমিত্তিকান্বিতম্॥
পাদঞ্চাত্মাৰ্থমায়স্য মূল ভূতং বিবৰ্দ্ধয়েৎ।
এবমাচৰতঃ পুত্ৰ অৰ্থ সাফল্যমৰ্হতি॥"

উপাৰ্জিত অৰ্থৰ চাৰিভাগৰ এভাগ আত্মবান গৃহস্থই পৰকালৰ হিতৰ বাবে খৰচ কৰিব। চাৰিভাগৰ দুভাগেৰে নিত্য নৈমিত্তিক কাৰ্য্য আৰু পৰিয়ালবোৰৰ ও নিজৰ ভৰণ পোষণ চলাব। বাকী চাৰিভাগৰ এভাগ মূল কৰি লৈ তাক বঢ়াবৰ চেষ্টা কৰিব। উপাৰ্জিত অৰ্থৰ সম্বন্ধে এনে আচৰণ কৰিলে, অৰ্থ সফলতা প্ৰাপ্ত হয়। প্ৰত্যেক গৃহস্থই আপদ কালৰ নিমিত্তে সঞ্চয় কৰিব লাগে। বিশেষতঃ এতিয়া যি দৰে পুত্ৰ-কন্যা প্ৰভৃতিৰ শিক্ষা-বিবাহ আদিৰ ব্যয় ভৰ বাঢ়িছে, সঞ্চয় হীন গৃহস্থই সেইদৰে খৰচ কৰি পুত্ৰকন্যাক শিক্ষা আদি দিব নোৱাৰে। অথচ পুত্ৰ-কন্যাৰ শিক্ষা গৃহস্থৰ সৰ্ব্বপ্ৰথম আৰু সৰ্ব্বপ্ৰধান কৰ্ত্তব্য।

কৰা উচিত নহয়; বৰং সেইবিলাক পালন কৰি তাৰ উদ্দেশ্য বুজিবলৈহে চেষ্টা কৰা যুগুত। ঋষি-মুনি সকল যোগসিদ্ধ আৰু ভূত, ভৱিষ্যত, বৰ্তমান এই তিনিকাল দৰ্শী আছিল। তেওঁবিলাকে যিবোৰ ৰীতি-নীতিৰ নিয়ম বান্ধি থৈ গৈছে সেইবোৰ লোকহিতৰ বাবেহে কৰিছিল। সাধাৰণ মানুহৰ নিচিনা তেওঁলোকৰ লোক ৰক্ষাত বাহিৰে আন কোনো উদ্দেশ্য নাছিল। মহাত্মাসকলে সদায়ো কাৰ্য্য লোকসংগ্ৰহৰ বাবেহে কৰে। সেইবোৰ কাৰ্য্যৰ অভিপ্ৰায় বা তত্ত্ব বুজিব নোৱাৰা আমাৰ হে দোষ; সিবিলাকৰ কাৰ্য্যৰ নহয়। এইবিলাক বুজিব লাগিলে যি ৰকম শ্ৰদ্ধাযুক্ত হৈ বুদ্ধিক সন্নস্ত কৰি চিন্তা কৰিব লাগে, আমি বহুদিনৰ পৰা দুৰ্ভাগ্যক্ৰমে তেনে চিন্তা প্ৰণালীৰ পৰা বহুত দূৰৈত পৰি আছোঁ।

শাস্ত্ৰীয় আচাৰৰ নিচিনা শাস্ত্ৰত নথকা বা আমি নজনা শাস্ত্ৰত থকা আচাৰো আমাৰ সমাজত কিছু কিছু প্ৰচলিত আছে। সেইবোৰকো নিৰৰ্থক বা কুসংস্কাৰ বুলি এৰাৰ আগতে সেই বিলাকত নো কিবা উদ্দেশ্য নিহিত আছে নে নাই তাক বুজিবৰ নিমিত্তে চেষ্টা কৰিব লাগে। অনেক আচাৰ এনে আছে যাৰ উদ্দেশ্য এনেয়ে বুজি নোপালেও কিছু দিন পালন কৰিলে তাৰ সুগুণ নিজে বুজিব পাৰি। সেই দেখি অনেক কথা আচাৰনিষ্ঠ সাধু পুৰুষৰ পৰা জানি লবৰ চেষ্টা কৰিব লাগে। তাকে নকৰি এইবোৰ পুৰণিকালৰ বুঢ়াবুঢ়ীৰ কথা ইয়াতনো কিবা সত্য থাকিব পাৰেনে? এই ভাৱত এইবোৰ পৰিত্যাগ কৰা বুদ্ধিমানৰ কৰ্ত্তব্য নহয়।

লজ্জাজনক, হাস্যাস্পদ, আৰু অহিতকৰ নহলে আমি বুজিব নোৱাৰিলেও কোনো নীতি নিয়ম বা আচাৰ পালন কৰাত কোনো দোষ হব নোৱাৰে। হিন্দুৰ আচাৰ ব্যৱহাৰৰ ভিতৰত লজ্জাজনক, হাস্যাস্পদ বা অহিতকৰ কোনো কথা নাই।

ইতি শিৱম।

# যজ্ঞ।

যজ্ঞ, ধৰ্ম আৰু কৰ্ম এই তিনিটা শব্দে প্ৰায় একে অৰ্থকে বুজায়। গীতাত ভগৱন্তে নিজমুখে এই কথা কৈ গৈছে। যি কামৰপৰা ইহ পৰলোকত সুখ ভোগ কৰি অন্তত মোক্ষ লাভ কৰিব পাৰি সেইয়ে যজ্ঞ। গীতা শাস্ত্ৰত প্ৰজাপতিয়ে প্ৰজা সৃষ্টিৰ সময়তে প্ৰজাসকলৰ লগত যজ্ঞ বা কৰ্মও একেলগে সৃষ্টি কৰোঁ বুলি লিখা আছে। আৰু সৃষ্টিৰ লগত যজ্ঞৰ সম্বন্ধও তলত উল্লেখ কৰা শ্লোকত বৰ্ণোৱা আছে।

"অন্নাদ্ ভৱন্তি ভূতানি পৰ্জন্যাদন্নসম্ভৱঃ।
যজ্ঞাদ্ভৱতি পৰ্জন্যো যজ্ঞঃ কৰ্ম সমুদ্ভৱঃ॥
কৰ্ম ব্ৰহ্মোদ্ভৱং বিদ্ধি ব্ৰহ্মাক্ষৰ সমুদ্ভৱং।
তস্মাৎ সৰ্বগতং ব্ৰহ্ম নিত্যং যজ্ঞে প্ৰতিষ্ঠিতং॥

ভূত বা প্ৰাণীসকল অন্নৰ পৰা উৎপন্ন হৈছে, অন্ন হৈছে বৃষ্টিৰ পৰা, বৃষ্টি হৈছে যজ্ঞৰ পৰা আৰু যজ্ঞ হৈছে কৰ্মৰ পৰা। কৰ্ম হৈছে প্ৰকৃতিৰ পৰা, প্ৰকৃতি হৈছে পৰমেশ্বৰৰ পৰা। এই কাৰণেই সৰ্বব্যাপি ভগৱন্তৰ সৃষ্টি ৰূপ কাৰ্য্য যজ্ঞৰূপ ধৰ্মকাৰ্য্যৰ উপৰত প্ৰতিষ্ঠিত আছে। এইয়ে সৃষ্টিৰ লগত যজ্ঞৰ সম্বন্ধ। এই কাৰণেই কোনো কোনো ধৰ্মশাস্ত্ৰত যজ্ঞক স্বয়ং ভগৱান বুলি বৰ্ণনা কৰিছে।

"যজ্ঞ, মহাযজ্ঞ ব্যষ্টি সমষ্টি সম্বন্ধাৎ" অৰ্থাৎ ব্যষ্টি আৰু সমষ্টি সম্বন্ধ হেতুকে যজ্ঞ আৰু মহাযজ্ঞ দুবিধ। ব্যষ্টি সম্বন্ধযুক্ত ধৰ্মকাৰ্য্য যজ্ঞ। সহজ ভাষাত কব পাৰি যি কাৰ্য্যদ্বাৰা ব্যষ্টিৰ বা ব্যক্তিৰ অৰ্থাৎ নিজৰ কল্যাণ মুখ্যৰূপে সাধিত হয়, আৰু গৌণ ভাবে নিখিল বিশ্বৰ কল্যাণ সাধিত হয়, তাক যজ্ঞ বোলে। ব্যষ্টি বা ব্যক্তিও নিখিল বিশ্বৰ এটি ক্ষুদ্ৰতম অংশ; গতিকে এই

ক্ষুদ্ৰতম অংশৰ কল্যাণৰ পৰাও যে গৌণ ৰূপে বিশ্বৰ কল্যাণ হয়, ই জনা কথা। সেইদৰে যি কৰ্ম্মদ্বাৰা মুখ্যৰূপে বিশ্বজগতৰ আৰু গৌণ ৰূপে নিজৰ কল্যাণ সাধিত হয়, সেই কৰ্ম্মমহাযজ্ঞৰ অন্তৰ্ভূত; যিহেতু সমষ্টি বা বিশ্বজগত ব্যষ্টি বা ব্যক্তিৰে বিৰাট বিকাশ, সেই হেতুকে সমষ্টিৰ বা বিশ্বৰ হিত হলেও পৰোক্ষে তাৰ ফল ব্যষ্টি বা নিজেও ভোগ কৰিব লাগে। বিদ্যালয় স্থাপন, ঔষধালয় পৰিচালনা, ব্যায়াম শালা স্থাপন আদি দেশ হিতকৰ কাৰ্য্যবিলাক মহাযজ্ঞৰ অন্তৰ্গত। সাধাৰণ গৃহস্থ মানুহে এইবোৰ কাৰ্য্য কৰিব নোৱাৰে দেখি গৃহস্থৰ ঘৰেও সৰ্বদায় অনুষ্ঠান কৰিব পৰা যজ্ঞ কৰ্ম্মৰ বিধান শাস্ত্ৰত আছে। তাৰ অনুষ্ঠান কৰিও গৃহস্থই দেৱ-পিতৃঋণ প্ৰভৃতিৰ পৰা মুক্ত হৈ জগতৰ হিত সাধি নিজৰো কল্যাণ কৰিব পাৰে।

প্ৰত্যেক গৃহী মানুহৰ পক্ষে পাঁচটা মহাযজ্ঞ নিত্য কৰ্মৰূপে বিহিত আছে। সেই পাঁচটা মহাযজ্ঞৰ বিষয়ে মাত্ৰ ইয়াত দুই চাৰি আখৰ কোৱা হব। সেই পঞ্চ মহাযজ্ঞ হৈছে;—

"অধ্যাপনং ব্ৰহ্মযজ্ঞ পিতৃযজ্ঞস্তু তৰ্পণম্।
হোমো দৈবো বলি ভৌতো নৃযজ্ঞোঽতিথি পূজনম্॥"

অধ্যয়ন অধ্যাপনে হৈছে ব্ৰহ্মযজ্ঞ, তৰ্পণে হৈছে পিতৃযজ্ঞ, হোম হৈছে দৈৱযজ্ঞ, বলি কৰ্ম ভূত যজ্ঞ আৰু অতিথি পূজাই হৈছে নৃযজ্ঞ। নৰৰূপী নাৰায়ণৰ সেৱা। ইয়াৰ বিষয় পিচত বহলাই কোৱা হব। এই পঞ্চ মহাযজ্ঞ গৃহস্থৰ অতি কৰ্তব্য কৰ্ম। ইয়াক গৃহস্থই কেনো অৱস্থাত এৰিব নালাগে। ই শাস্ত্ৰৰো আদেশ। এই যজ্ঞবোৰ সম্পাদন কৰিলে গৃহস্থ পঞ্চ সুনা ৰূপ পাতকৰ পৰা মুক্ত থাকে; অৰ্থাৎ গৃহস্থৰ পক্ষে নিত্য নৈমিত্তিক বিবোৰ পাপ হবৰ সম্ভৱ সেই আটাইবিলাক পাপ ক্ষয় হয়। আজি কালিৰ শাস্ত্ৰৰ আদেশত

মানুহৰ সিমান দুৰ শ্ৰদ্ধা-বিশ্বাস নাইকিয়া হৈ পৰিছে। সকলো কথাতে মানুহে এটি কাৰণ বিচৰা হৈছে। এক শ্ৰেণীৰ মানুহেতো সেই সেই কথাতে অৰ্থাৎ সি সকল আপ্ত বাক্য শ্ৰৱণ, মনন নিদিধ্যাসন নহলে কাৰো বুদ্ধিৰ শক্তি নষ্ট তেনেবোৰ কথাটো "কিয় ?" বুলি এটি প্ৰশ্ন নকৰাকৈ নাথাকে সেই পঞ্চ মহাযজ্ঞৰ গৃহস্থৰ নিত্য কৰ্তব্যতা সম্বন্ধে প্ৰত্যেক বিষয়ৰ লগতে অতি সংক্ষেপে দুটি এটি কাৰণো উল্লেখ কৰাৰ চেষ্টা কৰা যাব।

## ব্ৰহ্ম যজ্ঞ।

অধ্যয়ন আৰু অধ্যাপনাকে ব্ৰহ্ম যজ্ঞ বোলে বুলি আগতে উল্লেখ কৰা হৈছে। সদগ্ৰন্থৰ অধ্যয়ন আৰু অধ্যাপনাৰ দ্বাৰা জগতৰ জ্ঞান-ভাণ্ডাৰ বৃদ্ধি কৰি নিজৰো মানসিক আৰু আধ্যাত্মিক উন্নতি সাধন কৰাৰ প্ৰয়োজন নাই বুলি কোনেও কব নোৱাৰে; বৰং জগতৰ সকলো সভ্য জাতিয়ে পঠন, পাঠনদ্বাৰা নিজৰ আৰু জগতৰ কল্যাণ সাধন কৰি আহিছে। বৰ্তমান যুগত ইউৰোপীয় জাতি বিলাকো অধ্যয়ন আৰু অধ্যাপনাৰ বলতে জগতৰ উচ্চ-স্থান অধিকাৰ কৰি আছে। যিবোৰ জাতিৰ পঠন, পাঠন নাই সেইবোৰ জাতি অসভ্য বৰ্বৰ আদি নামে পৰিচিত হৈ আছিছে। আন জাতিৰ পঠন-পাঠন অনেক পৰিমাণে ব্যক্তিগত আৰু ইচ্ছাধীন। সেইৰে আমাৰ আছিল ধৰ্ম শাসনেৰে শাসিত বাধ্যতা মূলক নিত্যকৰ্ম। কোনটো ভাল ? কেৱল যজ্ঞ নামটো শুনা মাত্ৰে তাৰ অৰ্থ আৰু উদ্দেশ্যৰ প্ৰতি চিন্তা নকৰি নাক কোচাই গুছি গলেতো উপাই নাই।

এই ব্ৰহ্মযজ্ঞ সাধনৰদ্বাৰা গৃহস্থ ঋষি ঋণ মুক্ত হয়। ঋষিসকল জগতত জ্ঞানৰ প্ৰচাৰ কৰ্তা। তেওঁবিলাকে সাধনাৰ বলত জ্ঞান লাভ কৰি সেই সাধন লব্ধ জ্ঞানৰাশি বিলাই দি বিশ্ববাসীৰ অশেষ কল্যাণ সাধন কৰি গৈছে। সেই

জ্ঞান মূৰ্ত্তি তত্বদৰ্শী ঋষিসকলক স্মৰণ কৰা আৰু তেখেতসকলৰ ঋণ পৰিশোধৰ জ্ঞানৰ চৰ্চাৰ বাহিৰে আন কোনো ভাল উপায় আছে জানো। চোৱা কেনে সুন্দৰ ব্যৱস্থা।

## পিতৃ যজ্ঞ।

পিতৃসকলৰ উদ্দেশ্যে জল, তিল আদিৰ দ্বাৰা তৰ্পণ কৰি তেখেতসকলৰ তৃপ্তি বিধান কৰাৰ নাম পিতৃযজ্ঞ। যি সকলৰ কৃপাত আমি নৰ তনু লাভ কৰি ইহ পৰলোকত নানা প্ৰকাৰ ভোগ ভুক্তি অন্তত মোক্ষ লাভ কৰিব পাৰোঁ, সেইসকল পিতৃ-পুৰুষক স্মৰণ কৰা আৰু তেখেতসকলৰ তৃপ্তি বিধান কৰা যে কিমান ডাঙৰ কৰ্ত্তব্য কম তাক কোৱাৰ সকাম নাই। সদায় পিতৃ-পুৰুষৰ নাম স্মৰণ কৰি থাকিব পাৰিলে মানুহ অনেক প্ৰলোভনৰ আৰু অনেক পাপৰ পৰা মুক্ত হৈ থাকিব পাৰে। পিতৃ-পুৰুষসকলৰ নাম সদায় স্মৰণ কৰা আৰু তেখেতসকলৰ মানসিক মূৰ্ত্তি সদায় আগত ধৰি ৰাখিবলৈ পিতৃ-যজ্ঞ বা তৰ্পণ শ্ৰেষ্ঠ উপায়। এনে সুন্দৰ ব্যৱস্থা আৰ্য্য জাতিৰ শাস্ত্ৰত বাদে আন শাস্ত্ৰত নাই।

পিতৃ-যজ্ঞৰ সম্বন্ধে আধুনিক অনেক লোকে প্ৰশ্ন কৰিব পাৰে যে পৰলোকগত সূক্ষ্মশৰীৰধাৰী পিতৃসকলে ইহলোকত প্ৰদান কৰা জল, পিণ্ড আদি স্থূল বস্তুৰে কেনেকৈ পৰিতৃপ্ত হব পাৰে? এই সম্বন্ধে সংক্ষেপে ইয়াকে কৈ থোৱা যুগুত যে,—হিন্দুৰ দৰ্শন শাস্ত্ৰত পৰলোকগত সূক্ষ্ম শৰীৰধাৰী আত্মাৰ লগত ইহলোকৰ স্থূল শৰীৰধাৰী আত্মাৰ সম্বন্ধ নিৰূপণ কৰি এই প্ৰশ্নৰ সুন্দৰ মীমাংসা কৰিছে। এনে কোনো প্ৰশ্ন নাই যাক যোগ সংশুদ্ধচিত্ত পৰম জ্ঞানী ঋষিসকলে মীমাংসা কৰি থোৱা নাই। কেৱল নাই আমাৰ অনুসন্ধিৎসা, নাই আমাৰ শ্ৰদ্ধা, বিশ্বাস আৰু নাই আমাৰ আগ্ৰহ।

পিতৃ যজ্ঞ যে মহাযজ্ঞ তাক তলত লিখা মন্ত্ৰৰ পৰাও জানিব পাৰি।

"আব্ৰহ্মভুবন্না লোকা দেবৰ্ষি পিতৃমানবাঃ।
তৃপ্যন্তু পিতৰঃ সৰ্ব্বে মাতৃমাতা মহাদয়ঃ।
নৰকেষু সমস্তেষু যাতনাস্থচ যে স্থিতাঃ।
তেষামাপ্যায়ণায়ৈ তদ্দীয়তে সলিলং ময়া" ॥

ব্ৰহ্মলোককে আদি কৰি সকলো বিশ্বজগত, দেৱতা, ঋষি, পিতৃ আৰু মানৱ সকল এবং মাতৃ-মাতামহ প্ৰভৃতি সকলো তৃপ্ত হওক। ৰৌৰবাদি নৰকত অশেষ যাতনা ভোগ কৰি যি সকল আছে তেওঁলোকৰ তৃপ্তিৰ নিমিত্তে মই এই জলাঞ্জলি দান কৰিলোঁ; চাওক কেনে মহান উদাৰ ভাব। কাকো উপেক্ষা কৰা নাই। একেবাৰে দেৱতা পিতৃসকলৰ পৰা নৰকস্থ, যাতনাগ্ৰস্থ কীট পতঙ্গলৈ সমান শ্ৰদ্ধা, সমান ভক্তি। ইয়াৰ নাম প্ৰকৃত বিশ্ব মৈত্ৰী।

## দেব-যজ্ঞ।

দেৱতাসকল ঈশ্বৰৰ বিশেষ বিভূতি অৰ্থাৎ সৃষ্টি, স্থিতি, প্ৰলয়ৰ বিধান কৰ্ত্তা পৰমেশ্বৰ পৰম কাৰুণিক বিশ্বনিয়ন্তা ভগৱন্তৰ একো একো বিধ শক্তি একো একোজন দেৱতাতে বিকাশ প্ৰাপ্ত হৈছে; অথবা এক এক দেৱতা ৰূপে কল্পিত হৈছে।

এই দেৱতাসকলক হোম আদি কৰ্ম্মেৰে পূজা কৰাৰ নাম দেব যজ্ঞ। অগ্নি দেৱতাত প্ৰত্যক্ষৰূপে ভগৱন্তৰ তেজ বা শক্তি বিকশিত হৈছে। সেইদেখি আন সকলো দেৱতাৰ অৰ্ঘ দিয়া হবিঃ বেদ মন্ত্ৰ উচ্চাৰণ কৰি অগ্নিত নিক্ষেপ কৰিব লাগে। শ্ৰুতিত আছে, "অগ্নিৰ্ব্বৈদেবানাং মুখঃ।" অগ্নিয়ে দেৱতা সকলৰ মুখ। শ্ৰদ্ধাযুক্ত সাধক যজ্ঞ কৰাদ্বাৰা দেৱতাসকল পৰিতৃপ্ত হৈ লোক সমূহৰ হিতসাধন কৰে। শ্ৰীমদ্ভাগৱত গীতাত ভগবান শ্ৰীকৃষ্ণে নিজ মুখে কৈ গৈছে;—

"দেবান্ ভাবয়তানেন তে দেবা ভাবয়ন্তুবঃ।
পৰস্পৰং ভাবয়ন্তঃ শ্ৰেয়ং পৰমাবাপ্স্যথ ॥
ইষ্টান্ ভোগান্ হিবো দেবা দাস্যন্তে যজ্ঞভাৱিতঃ।
তৈ দ´ত্বান প্ৰদায়েভ্যো যো ভুঙ্‌ক্তে স্তেন এবসঃ" ॥

যজ্ঞাদি কৰ্মদ্বাৰা তোমালোকে দেৱতাসকলক সন্তুষ্ট কৰা; দেৱতাসকলেও তোমালোকক সন্তুষ্ট কৰিব। এনেকৈ পৰস্পৰে পৰস্পৰক সম্বৰ্দ্ধনা কৰিলে ভাবপৰা পৰম কল্যাণ লাভ হব। যজ্ঞৰ দ্বাৰা দেৱতাসকল সন্তুষ্ট হৈ মনুষ্যবিলাকক কামনা আৰু কল্যাণকৰ ভোগসকল প্ৰদান কৰে। দেৱতাৰ পৰা পোৱা বস্তু যোনে দেৱতাক অৰ্পণ নকৰাকৈ ভোগ কৰে, তেওঁ চোৰহে। এতেকে শাস্ত্ৰবাক্যত বিশ্বাস ৰাখি শ্ৰদ্ধাযুক্ত হৈ প্ৰত্যেক গৃহীয়ে নিত্য হোম আদি ক্ৰিয়া আচৰণ কৰি দেৱযজ্ঞ সমাপন কৰিব লাগে। তেহে দেৱ-ঋণৰপৰা মুক্ত হোৱা যায়। আৰু পঞ্চ সূনা পাপও নাশ হয়।

## ভূত-যজ্ঞ।

দেৱযজ্ঞৰ পিচত ভূত-যজ্ঞ কৰিব লাগে। ভূত-যজ্ঞ হৈছে পশু-পক্ষী-কীট-পতঙ্গ আদি সকলো প্ৰাণীতে ভগৱৎ সত্ত্বা উপলব্ধি কৰি সেইসকলক বলি বা আহাৰ্য্য প্ৰদান কৰা। বিশ্ব জগতত কোনো নিৰৰ্থক বা অপ্ৰয়োজনীয় নহয়। বিশেষ বিশেষ প্ৰাণীৰদ্বাৰা পৰমেশ্বৰৰ বিশেষ বিশেষ কাৰ্য্য সিদ্ধ হয়। গতিকে সকলো প্ৰাণীৰদ্বাৰা জগতৰ মঙ্গলহে সাধন হয়। সেইদেখি প্ৰাণীসকলৰ উদ্দেশ্যে খাদ্যাদি উছৰ্গা কৰি প্ৰাণীজগতক পৰিতৃপ্ত কৰিব লাগে। তাৰ উপৰিও এইবোৰ কৰ্মদ্বাৰা ক্ৰমে ক্ৰমে সকলো প্ৰাণীতে ভগৱৎসত্ত্বা উপলব্ধি কৰি মানুহে পৰম জ্ঞান বা চৰম সত্য স্বৰূপ ভগৱানৰ স্বৰূপ জানি মোক্ষ লাভ কৰে।

সকলো প্ৰাণীতে ভগবৎ স্বৰূপ চিন্তাৰ বাহিৰে ভগবানক লাভ কৰিবৰ আন উপায় নাই। শ্ৰীমদ্ভাগৱত শাস্ত্ৰত ভগবানে নিজে উপদেশ দিছে ;—

"অহং সৰ্ব্বেষু ভূতেষু ভূতাত্মা বস্থিতঃ সদা।
তমবজ্ঞায় মাং মৰ্ত্ত্যঃ কুৰুতেৰ্চ্চা বিড়ম্বনম্ ॥
অথমাং সৰ্ব্বভূতেষু ভূতাত্মানং কৃতা লয়ম্।
অৰ্হয়েদ্দানমানাভ্যাং মৈত্ৰ্যা ভিন্নেন চক্ষুষা ॥
মনসৈতানি ভূতানি প্ৰণমেদবহুমানয়ণ্।
ঈশ্বৰো জীৱবলয়া প্ৰবিষ্টো ভগবানিতি" ॥

মই সকলো প্ৰাণীতে আত্মা স্বৰূপে অৱস্থিত আছোঁ। সেই প্ৰাণীসকলক অৱজ্ঞা কৰি মানুহে মোক পূজা কৰা বিড়ম্বনা মাত্ৰ। সকলো ভূততে আত্মা-স্বৰূপে অৱস্থিত মোক ভূতসকলৰ লগত অভিন্ন ভাবি সেইসকলৰ প্ৰতিও মৈত্ৰী যুক্ত হৈ দান, মান আদিৰ দ্বাৰা মোক পূজা কৰিব।

পৰমেশ্বৰ জীৱ ৰূপে সকলো ভূততে প্ৰবিষ্ট হৈ আছে, ইয়াকে জানি ভূত সকলক বহু সন্মান কৰি মনে মনে প্ৰণাম কৰিব।

## নৃ-যজ্ঞ।

"নৃ যজ্ঞোতিথি পূজনম্" অতিথি পূজাৰ নামে নৃযজ্ঞ। নৰৰূপী নাৰায়ণৰ সেৱা। সভ্য অসভ্য সকলো সমাজতে কম বেচি অতিথি পূজাৰ প্ৰচলন আছে; গতিকে এই সম্বন্ধে বিশেষ কোৱাৰ প্ৰয়োজন নাই। হিন্দু শাস্ত্ৰতো অতিথি সেৱাৰ মাহাত্ম্য নানা ভাৱে কীৰ্ত্তন কৰিছে। দুখৰ বিষয় তথাপিও অনেক শিক্ষিত মানুহেও আজিকালি অতিথিক সেইদৰে সন্মান নকৰে। অনেকে নানা ছল চিত্ৰ উলিয়াই খেদিব পাৰিলেহে ভাল পায়। সকলো মানৱ সমাজৰ লগত নিজৰ

সম্বন্ধ স্থাপন কৰি তাৰদ্বাৰা উপকৃত হোৱাৰ অতিথি সেৱাই এটি ভাল আৰু প্ৰধান উপায়। অতিথিৰ লগত সদালাপ কৰি ধৰ্মনীতি, ৰাজনীতি, সমাজনীতি আদিৰ বিষয়েও জ্ঞান লাভ কৰিব পাৰি। দেশৰ আৰু বিদেশৰো ভিন ভিন্ সমাজ ভিন ভিন শ্ৰেণীৰ লোকৰ চৰিত্ৰ আদিও জানিব পাৰি। ইউৰোপত অতিথিৰ উদ্দেশ্যে ভোজ পাতি এইবিলাক আলোচনা কৰাটো প্ৰথাই হৈছে; অতিথি পূজা-ৰূপ নৰ সেৱাৰ মাজেদি বিশ্বজনীন মৈত্ৰীৰ ভাৱও লাভ কৰিব পাৰি। অতি দুখীয়া হলেও নিজৰ শক্তি সামৰ্থ্য অনুসাৰে অতিথি শুশ্ৰূষা কৰা উচিত। দুখীয়া গৃহস্থৰ ঘৰতো বহিবলৈ দুডাল খেৰ-কুটা-জিৰাবলৈ অলপ ঠাই, হাত মুখ ধুবলৈ অলপ পানী, আৰু দুআষাৰ ভাল কথা নিঠা মাতৰ কেতিয়াও অভাব নহয়। আন একো নাথাকিলে তাৰ দ্বাৰাও অতিথিৰ সেৱা-শুশ্ৰূষা কৰিব পাৰি।

"তৃণানি ভূমিৰুদকং বাক্ চতুৰ্থী অপৈশুনম্।
এতান্যপি সতাং গেহে নোচ্ছিদ্যন্তে কদাচন"॥
ওঁ শান্তিঃ ওঁ শান্তিঃ ওঁ শান্তিঃ।

——:০:——

# দান।

দান সকলো ধৰ্মৰে প্ৰধান আৱশ্যকীয় অঙ্গ। গীতাতে লিখা আছে ;—

"যজ্ঞোদানং তপশ্চৈব পাবনানি মণীষিনাং"।

যজ্ঞ, দান আৰু তপস্যাৰদ্বাৰা মনীষি সকলো পবিত্র হয়। অন্য অন্য ধৰ্ম শাস্ত্ৰতো কলিযুগত দানে প্ৰধান ধৰ্ম বুলি কৈছে।

"তপঃ পৰং কৃতে যুগে ত্ৰেতায়াং জ্ঞানমুচ্যতে।
দ্বাপৰে যজ্ঞ মেবাহু ৰ্দানমেকং কলৌ যুগে"॥

সত্য যুগত ধৰ্ম চাৰিপাদ আছিল। সেইকাৰণে সত্যত তপস্যা প্ৰধান ধৰ্ম আৰু জ্ঞান, যজ্ঞ এবং দান গৌন ধৰ্ম আছিল। ত্ৰেতা যুগত ধৰ্ম তিনি পাদ। সেই কাৰণে জ্ঞান প্ৰধান আৰু যজ্ঞ ও দান গৌণ ধৰ্ম আছিল। দ্বাপৰ যুগত ধৰ্ম দুই পাদ। সেইকাৰণে যজ্ঞ প্ৰধান আৰু দান অপ্ৰধান ধৰ্ম আছিল। কলিযুগত ধৰ্ম একপাদ। সেই দেখি একমাত্ৰ দানেই মুখ্য ধৰ্ম বুলি নিৰূপিত হৈছে। কলিযুগৰ লোক অল্পায়ু, অল্প সত্ব আৰু অল্প জ্ঞানী হব জানি বেদজ্ঞ সকলে সহজ সাধ্য দান ধৰ্মকে কলিযুগত মুখ্য বুলি বেদৰ অৰ্থ অনুসাৰে নিৰূপিত কৰিছে। শক্তিশালী লোকে আনবোৰো পালন কৰিব পাৰিব।

সকলো সম্বন্ধ পৰিত্যাগ কৰি নিজৰ যি কোনো বস্তুকে অপৰক দিয়াৰ নাম দান। নিজৰ বস্তু আনক দিয়াতো সহজ কাম। যেনে, সোণ, ৰূপ, ধন-বিত্ত, কাপোৰ-কানি, চাউল-ধান বা আন যি কোনো বস্তুই নাথাকক তাক অপৰ এজনৰ হাতত তুলি দিবলৈ বিশেষ একো কষ্ট কৰিবৰ প্ৰয়োজন নহয় ; তুলি দিলেই হল। কিন্তু আচল টান কথা হৈছে সকলো সম্বন্ধ পৰিত্যাগ

কৰা, অকাতৰে দান কৰা। এটি বস্তু আনক দি যদি মনটো এইদৰে খুদ মুদাই থাকে যে এই বস্তুটো দিয়া উচিত নাছিল, এই বস্তুটো কিনোতে ইমান দাম পৰিছিল, থাকিলে অমুক অমুক কাজত লাগিলহেঁতেন, তেনেহলে দানৰ একো কৰা নহল। বাহিৰা দৃষ্টিত বস্তুটো আনৰ সম্বন্ধে ত্যাগ কৰা হলেও দৰাচল প্ৰকৃত সেই বস্তুৰ সম্বন্ধ ত্যাগ কৰা নহল; যিহেতু মনৰ লগত তাৰ সম্বন্ধ নিছিঙিল। দানৰ আৰু এটা প্ৰধান কথা আছে, দিবৰ সময়ত কাতৰ নোহোৱা। পিছত মনত কোনো প্ৰকাৰ খুদমুদি নাথাকিলেও দিবৰ সময়ত যদি মনত কৃতাৰ্থ ভাব আহে তেনেহলেও সেই দানৰ পৰা সম্পূৰ্ণ সুফল পোৱা নাযায়। সেই দান সাত্বিক দান নহল। যদি দিবৰ সময়ত কাতৰ ভাব আহে, তেনেহলে এইটো ভালদৰে জানিব লাগিব যে দেয় বস্তুৰ পৰা দাতাৰ মনৰ সম্বন্ধ লোপ হোৱা নাই।

আমাৰ দেশত পূৰ্বকালত অকাতৰে দান কৰিব পৰা প্ৰকৃত দাতা লোক অনেক আছিল। মহাভাৰতত পোৱা যায় মহাৰাজ শিবি নৰনাথে এটি ক্ষুদ্ৰ কপোত চৰাইৰ প্ৰাণ ৰক্ষাৰ নিমিত্তে নিজ শৰীৰৰ মাংস অকাতৰে দান কৰিছিল। দৈত্যৰাজ বলী, বিশ্বজিত যজ্ঞত অকাতৰে ত্ৰৈলোক্য বিস্তাৰিত সাম্ৰাজ্য দান কৰি কৃতকৃত্য হোৱা বুলি ভাবিছিল। সেই বলী-শিবি প্ৰভৃতিৰ জন্মভূমি ভাৰতবৰ্ষত আজি সৎদাতাৰ অভাৱত কত সৎ অনুষ্ঠান আৰম্ভতে নষ্ট হৈছে; কত সাধু, পণ্ডিত লোকৰ তীক্ষ্ণ প্ৰতিভা বিকশিত হব নোৱাৰি জয় পৰি গৈছে। কত ধৰ্মস্থান নষ্ট হব ধৰিছে। তীৰ্থস্থানবিলাকত ভণ্ড মূৰ্খ পাণ্ডাৰ আবিৰ্ভাৱ হব ধৰিছে। দেশত উপযুক্ত বিদ্যাপীঠ হব পৰা নাই। ভাল পানীৰ অভাৱত মানুহে নানা বেমাৰ ভোগ কৰিব লাগিছে। আৰু এনে যে কত অনৰ্থ সৃষ্টি হৈছে তাক কোৱাৰ সকাম নাই।

দানৰ আৰু এটি অঙ্গ দেশ, কাল, পাত্ৰৰ বিচাৰ। দেশ, কাল, পাত্ৰৰ বিচাৰ শূন্য হৈ কৰা দানৰপৰা কাৰো একো বিশেষ উপকাৰ নহয়। বৰং দাতা-গৃহিতা

দুয়োৰো অনেক সময়ত অনিষ্টহে হয়। প্ৰথম দেশৰ বিচাৰ; দান কৰাৰ আগতে বিচাৰ কৰিব লাগিব যে যি বিষয়ে দান কৰিব, যি দেশত দান কৰা হব, সেই দেশত সেই বিষয়ৰ আৱশ্যকতা আছে নে নাই? যদি আৱশ্যকতা থকা দেখা যায়, তেনেহলে তেনেকুৱা বা তাতকৈও বেচি আৱশ্যকতা থকা আন দেশ আছে নে নাই? যদি তেনেকুৱা ঠাইও পোৱা যায়, তেনেহলে চাব লাগিব এই আৱশ্যকতা থকা ঠাইবোৰৰ ভিতৰত ক'ত বেছি আৱশ্যকতা আছে আৰু ক'ত দিলে বেছি লোকৰ হিত হব। এটা দৃষ্টান্ত দিলে কথাটো সহজ হব। ধৰিলোৱা যাক—এজন ধনীয়ে এখন বিজ্ঞানৰ কলেজ পাতিবলৈ দহ লাখ টকা দান কৰিব। দেশৰ বিচাৰ কৰোঁতে তেওঁ জানিব পাৰিলে যে বিজ্ঞান কলেজৰ আৱশ্যকতা বঙ্গদেশ, আসাম আৰু মাৰবাৰ এই তিনি দেশতে আছে। কিন্তু এই তিনি দেশৰ ভিতৰত বঙ্গদেশৰ প্ৰয়োজন কিছু কম আৰু তাত আন মানুহেও টকা দি কলেজ পাতি দিয়াৰ সম্ভাৱনা আছে। কিন্তু মাৰবাৰ আৰু আসামৰ প্ৰয়োজনীয়তা সমান এবং এই দুই দেশৰ ভিতৰত ভবিষ্যতে বিজ্ঞান কলেজ হোৱাৰ আশাও একে প্ৰকাৰ; এনে অৱস্থাত দাতাজন যদি আসামৰ হয়, তেওঁ আসামত দান কৰিব আৰু যদি মাৰোৱাৰী হয়, তেনেহলে মাৰবাৰত দান কৰিব। যেহেতু স্বপ্ৰদেশৰ হিত আগে চিন্তা কৰিব লাগে। বঙ্গদেশৰ প্ৰয়োজনৰ অল্পতা আৰু ভবিষ্যতে সেই প্ৰয়োজন পূৰণ হোৱাৰ আশা থকাত বঙ্গ দেশৰ কথা ইয়াত উঠিবই নোৱাৰে। এতিয়া কালৰ বিচাৰ কৰা হওক; যি কালত বিজ্ঞান কলেজ খুলিব খোজা হৈছে সেই সময়ত বিজ্ঞান কলেজ খুলিলে কলেজ চলিবনে নচলিব অৰ্থাৎ তাৰ বাবে যোগ্য অধ্যাপক, ছাত্ৰ আৰু যন্ত্ৰ পাতি সেই সময়ত সেই দেশত সংগ্ৰহ হবনে নহব। যদি কালৰ বিচাৰ নকৰি বিজ্ঞান কলেজ পাতি দিয়া হয়, অথচ দেশত বিজ্ঞান-চৰ্চাৰ প্ৰতি থাউতি নথকাত পঢ়িবলৈ ছাত্ৰ নোহোৱা হয় বা উপযুক্ত অধ্যাপক পোৱা নহয়, নাইবা যন্ত্ৰ পাতিৰ ভাল দিহা পোহা কৰিব নোৱাৰা হয়, তেনেহলে তাৰপৰা কি উপকাৰ হব?

এতিয়া পাত্ৰৰ বিষয় চোৱা যাওক,—এই বিজ্ঞান কলেজ দহ লক্ষ টকা, যদি কলেজ পাতিবলৈ অভিজ্ঞতা নথকা অহঙ্কাৰী বা লোভী কোনো মানুহৰ হাতত দিয়া হয়, তেনেহলে পাত্ৰৰ দোষত তলত লিখা দোষবোৰ হোৱাৰে বেচি সম্ভৱ।

প্ৰথম অভিজ্ঞতা নথকাৰ বাবে ভালদৰে কলেজখন পাতিব নোৱাৰিব। ঘৰ দুৱাৰকে আদি কৰি সকলো বিষয়তে খুঁত থাকিব আৰু অপব্যয় হব।

দ্বিতীয়, মানুহজন অহঙ্কাৰী হোৱা গতিকে আন অভিজ্ঞলোকৰ পৰামৰ্শ লৈ খুঁতবোৰ দূৰ কৰিবলৈও চেষ্টা নকৰিব।

তৃতীয়, নিজে লোভী হোৱাৰ গতিকে সেই টকাৰ পৰা চুৰি চামাৰি হোৱাও অসম্ভৱ নহয়।

যদি পাত্ৰ ইয়াৰ বিপৰীত অৰ্থাৎ অভিজ্ঞ, বিনয়ী আৰু নিৰ্লোভী হয়, তেনেহলে কাৰ্য্যও নিখুঁত হব। কোনো খুঁত থাকিলেও মানুহজন বিনয়ী হোৱা গতিকে আন অভিজ্ঞ লোকৰ পৰামৰ্শ লৈ সেই খুঁত দূৰ কৰিব; আৰু নিজে নিৰ্লোভী হোৱা গতিকে চুৰি চামাৰিৰো আশঙ্কা নাথাকিব। এই কাৰণেই দানত দেশ, কাল, পাত্ৰৰ বিচাৰ প্ৰধান।

সমষ্টিগত দানত যেনেকৈ দেশ, কাল, পাত্ৰৰ বিচাৰ কৰিব লাগে, ব্যক্তিগত দানতো সেইদৰে দেশ, কাল, পাত্ৰৰ বিচাৰ থাকিব লাগে। আগৰ কালত ব্ৰাহ্মণবিলাক জ্ঞানী, গুণী, স্বদেশহিতৈষী, নিৰ্লোভ আৰু নিধন আছিল। তেওঁলোকক দান কৰা বস্তুৰে জগতৰ কল্যাণ সাধিত হৈছিল। সেই দেখি তেতিয়া ব্ৰাহ্মণবিলাকক দানৰ সৎপাত্ৰ বুলি বিবেচনা কৰা হৈছিল। আজিও জ্ঞানী, গুণী, বামুণ হিন্দু সমাজত দানৰ সৎপাত্ৰৰূপে পৰিগণিত হৈ আছে। ব্ৰাহ্মণবিলাক ব্ৰাহ্মণোচিত গুণভ্ৰষ্ট হৈ অহাৰ লগে লগে মানুহৰ মনৰ পৰাও এই ভাব ক্ৰমে লোপ পাই আহিছে। প্ৰসিদ্ধ দক্ষিণপাট সত্ৰাধিকাৰৰ শ্ৰাদ্ধৰ পিচত এইবোৰ কথালৈ বাতৰিকাকতত নানা অপ্ৰীতিকৰ আলোচনা হৈছিল।

আগৰ কালত ব্ৰাহ্মণবিলাক ৰজা, মহাৰজা আদিৰ দানৰ দ্বাৰা সম্বৰ্দ্ধিত হৈ নিচিন্তমনে জ্ঞান বিজ্ঞানৰ আলোচনা কৰিছিল আৰু আলোচিত জ্ঞান-বিজ্ঞানৰ দ্বাৰা বিশ্বসংসাৰৰ কল্যাণ সাধন কৰিছিল।

কালক্ৰমত ব্ৰাহ্মণৰ সংখ্যা বৃদ্ধি হোৱাত পাত্ৰাপাত্ৰ বিচাৰ কৰি দান কৰোঁতা সাত্বিক দাতাৰ অভাৱত দেশৰ এই মহা দুৰ্গতি উপস্থিত হৈছে; তীৰ্থস্থান সকল অপবিত্ৰ হৈছে। গুৰু পুৰোহিতৰ বংশ লোপ পাব ধৰিছে। দেশত শাস্ত্ৰ জ্ঞানী গুৰু-পুৰোহিতৰ অভাৱ হৈছে। এইবিলাকৰ প্ৰতিকাৰ আজিও পূৰ্ণৰূপে নিৰ্ভৰ কৰিছে। সাত্বিক ভাৱাপন্ন দাতাৰ দেশ, কাল, পাত্ৰ বিবেচনা কৰি কৰা সাত্বিক দান ধৰ্মৰ ওপৰত।

বিদ্যা-দান, অৰ্থ-দান আৰু অভয়-দান, দানৰ প্ৰধান। সংসাৰত যত প্ৰকাৰ দান হব পাৰে, সেই আটাইবোৰ এই তিনিবিধৰ ভিতৰত নপৰাকৈ নাথাকে। এই তিনি প্ৰকাৰৰ দানেই আকৌ সাত্বিক, ৰাজসিক আৰু তামসিক ভেদে প্ৰত্যেকে পুনৰ তিনি ভাগত বিভক্ত। ইতিকে শেষত ধৰিব গলে দান ন ভাগত বিভক্ত হৈ পৰে। সাত্বিক, ৰাজসিক আৰু তামসিক দানৰ লক্ষণ কলে সেই লক্ষণ অনুসাৰে আগৰ তিনিবিধ অৰ্থাৎ বিদ্যা-দান, অৰ্থ-দান, আৰু অভয়-দানৰ সাত্বিক, ৰাজসিক আৰু তামসিক ভেদ বুজা টান নহব। সেইদেখি সাত্বিক, ৰাজসিক আৰু তামসিক দানৰ লক্ষণৰ বিষয়েহে এই প্ৰবন্ধত সামান্যি কৰা হব। সাত্বিক দানৰ লক্ষণ শ্ৰীমদ্ভাগবত গীতাত এইদৰে আছে;—

"দাতব্যমিতি যৎ দানং দীয়তেঽনুপকাৰিণে।
দেশে কালে চ পাত্ৰে চ তদ্দানং সাত্বিকং বিদুঃ॥

দেশ, কাল, পাত্ৰৰ বিচাৰ কৰি, কোনো ৰূপ প্ৰত্যুপকাৰৰ আশা নকৰাকৈ কেৱল দান কৰা কৰ্তব্য কৰ্ম। এই ভাৱত অনুপকাৰী জনক অৰ্থাৎ কোনো স্বাৰ্থ সম্বন্ধ নথকা লোকক যি দান কৰা হয়, সেইয়ে সাত্বিক দান।

ৰাজসিক দানৰ লক্ষণ ;—

"যত্তু প্ৰত্যুপকাৰাৰ্থং ফলমুদ্দিশ্য বা পুনঃ।
দীয়তেচ পৰিক্লিষ্টং তদ্দানং ৰাজসংস্মৃতং॥"

কোনো প্ৰকাৰ প্ৰত্যুপকাৰৰ আশা কৰি নাইবা কোনো বিশেষ ফলৰ প্ৰতি উদ্দেশ্য কৰি অতি কাতৰভাৱে যি দান কৰা যায়, তাক ৰাজসিক দান বোলে।

পুনঃ তামসিক দানৰ লক্ষণ ;—

"অদেশ কালে যদ্দানমপাত্ৰেভ্যশ্চ দীয়তে।
অসৎকৃতমবজ্ঞাতং তত্তামসমুদাহৃতম্" ॥

দেশ, কাল বিচাৰ নকৰি অপাত্ৰক যি দান কৰা হয়, গ্ৰহিতাক যিদৰে সন্মান কৰা উচিত; সেইদৰে সন্মান নকৰি যি দান কৰা হয়, আৰু অৱজ্ঞাৰে সৈতে যি দান কৰা হয়, সেই দানকে তামসিক দান বোলে। সাত্বিক দানৰ ফল ভুক্তি অৰ্থাৎ ইহলোকৰ সুখ সৌভাগ্য আদি আৰু মুক্তি। ৰাজসিক দানৰ ফল অকল ভুক্তি আৰু তামসিক দানৰ ফল কেৱল শুক্তি অৰ্থাৎ অসাৰতা। তামসিক দানে অকল যে শুক্তি দান কৰিব এনে এনে নহয়, অনেক সময়ত দাতা আৰু গ্ৰহীতা উভয়কে নৰকগামীও কৰে। দেশ, কাল, পাত্ৰ বিচাৰ নকৰি অপাত্ৰত হস্ত কৰা দানে অনেক সময়ত অনেক অসৎ কাৰ্য্য ঘটাব পাৰে। দাতাৰ দানেৰে যদি কোনো অসৎ গ্ৰহীতাই অসৎ কাৰ্য্য সম্পাদন কৰে, তেনেহলে সেই পাপত গ্ৰহীতা মুখ্যৰূপে আৰু দাতা গৌণৰূপে পাপভাগী হয়; ইয়াত কোনো সংশয় নাই।

দান ধৰ্মত এই তিনিটা প্ৰধান কথা ;—১। শ্ৰদ্ধা, ২। অনসূয়া ৩। অকীৰ্ত্তন। দাতাৰ মনত গ্ৰহীতাৰ আৰু দানৰ ফলৰ প্ৰতি শ্ৰদ্ধা থাকিব লাগিব

শ্ৰদ্ধাহীনৰ দান দান নহয়। শ্ৰদ্ধাহীন দান গ্ৰহণ কৰিলে গ্ৰহীতা পাপভাগী হয়। উপনিষদত আছে ;—"শ্ৰদ্ধয়া দেয়ম্" দাতা সদায় অসূয়া শূন্য হব লাগিব। দাতাৰ মনত অসূয়া বা হিংসাৰ ভাব থাকিলে তেনে দানে জগতৰ অকল্যাণ কৰে। সেই দেখি অসূয়াৰ বশ হৈ দিয়া দান গ্ৰহণ কৰিব নাপায়। দান কৰি কাৰো আগত কৈ নুফুৰিব। দানৰ কথা কৈ ফুৰিলে দানৰ ফল নষ্ট হয়, আৰু দাতাও লোক-সমাজত লঘু বেক্তা আৰু মতলব বাজ বুলি নিন্দিত হয়। গোপন দানেহে প্ৰকৃত দান। শ্ৰেষ্ঠ ধৰ্ম যাজকসকলৰ উপদেশ ;—সোঁ হাতেৰে দান কৰিলে বাওঁহাতে জানিব নালাগে।

আমাৰ শাস্ত্ৰত দানৰ বিষয়ে এইদৰে লিখা আছে ;—

"নাস্তি দানাৎ পৰং মিত্ৰমিহলোকে পৰত্ৰচ।
অপাত্ৰে কিন্তু যদ্দত্তং দহত্যাসপ্তমং কুলম্" ॥

ইহলোক আৰু পৰলোকত দানৰ সমান মিত্ৰ নাই। কিন্তু অপাত্ৰত দিয়া দানে হলে সাত পুৰুষ পৰ্য্যন্ত দুখদায়ক হয়।

"ঊষৰে বাপিতং বীজং ভিন্নভাণ্ডেষু গোদুহম্।
হুতং ভস্মনি হব্যঞ্চ মূৰ্খে দানমশাস্বতম্" ॥

সাৰ নোহোৱা মাটিত বোৱা কঠিয়া, ভগা বাচনত খোৱা গাখীৰ আৰু ভস্ম হোম কৰা ঘিউ যেনে নিষ্ফল, মূৰ্খ লোকক দিয়া দানও তেনে নিষ্ফল।

মহাভাৰতত আছে ;—

"হুতেন সাম্যতে পাপং সাধ্যায়ৈঃ শান্তিৰুত্তমা।
দানেন ভোগ্য মিত্যাহুস্তপসা স্বৰ্গমাপ্নুয়াৎ ॥
দানন্তু দ্বিবিধং প্ৰাহ পৰত্ৰাৰ্থমিহৈবচ।
সদ্ভোযৎ দীয়তে কিঞ্চিত্তৎ পৰত্ৰোপতিষ্ঠতে ॥

অসদ্ভোদীয়তে যত্তু তদ্দানমিহ ভুজ্যতে।
যাদৃশং দীয়তে দানং তাদৃশ ফলমশ্নুতে॥
(১৫৬৬ পৃঃ)

হোমৰদ্বাৰা পাপ নাশ আৰু স্বাধ্যায়দ্বাৰা ৰস শান্তি লাভ হয়। দানৰপৰা ভোগ আৰু তপস্যাৰ পৰা স্বৰ্গ লাভ হয়।

দান দুই বিধ। পৰলোকৰ নিমিত্তে আৰু ইহলোকৰ নিমিত্তে সাধুসকলক যি যৎকিঞ্চিৎ দিয়া হয়, সি সেইথিনি পৰকালৰ বাবে। অসাধুক যি দিয়া হয় তাক ইহলোকতে ভোগ কৰিব লাগে; অৰ্থাৎ অসাধুৰ অসৎ কৰ্মৰ ফল দাতাইও ইহলোকতে ভোগ কৰিব লাগে, যেনেকুৱা দান কৰা হয়, তাৰ ফলো তেনেকুৱা।

ওঁ হৰিঃ ওঁ হৰিঃ ওঁ হৰিঃ।



# তপস্যা।

তপঃ শব্দৰ অৰ্থ শৰীৰক তাপ বা কষ্ট দিয়া, গতিকে এনেহে এৰি শাৰীৰিক কষ্টক কষ্ট বুলি নাভাবি একান্ত নিষ্ঠাৰে সৈতে কোনো এটি উদ্দেশ্য সিদ্ধিৰ বাবে সিদ্ধি নোহোৱালৈ নেৰানেপেৰাকৈ চেষ্টা কৰাৰ নাম তপস্যা। তপস্যাৰ ফল শাস্ত্ৰত বহুতো লিখা আছে। তপস্যাৰ দ্বাৰাই ব্ৰহ্মাই শক্তি লাভ কৰি এই চৰাচৰ বিশ্ব ৰচনা কৰিছে। তপস্যাৰ প্ৰভাৱতে বিষ্ণুৱে পালনী শক্তি লাভ কৰি সৃষ্ট বিশ্বক পালন বা ৰক্ষা কৰে, আৰু তপোবলৰ দ্বাৰায়ে কালৰূপী মহা-ভৈৰৱ, মহাদেৱ মহেশ্বৰে সংহৰণ শক্তি লাভ কৰি বিনশ্বৰ বিশ্ব ধ্বংস কৰে। ভগৱান শ্ৰীকৃষ্ণইও শক্তি লাভৰ নিমিত্তে তপস্যা কৰাৰ কথা শাস্ত্ৰত পোৱা যায়। পৰমাত্মা পৰমেশ্বৰকো তপস্যাৰ দ্বাৰা লাভ কৰিব পাৰি। মুণ্ডক উপনিষদত আছে ;—"সত্যেন লভ্যস্তপসাহ্যেষ আত্মা"।

তপস্যা অৰ্থাৎ উদ্দেশ্য সিদ্ধিৰ বাবে ঐকান্তিক চেষ্টা ; আগৰ কালত বৰ্ণাশ্ৰমাচাৰী লোকসকলৰ বৰ্ণে বৰ্ণে ভিন্ ভিন্ কৰ্ম-ব্যৱস্থা থকাৰ গতিকে বেলেগ বেলেগ বিষয় সিদ্ধিৰ বাবে বেলেগ বেলেগ কৰ্ম কৰিবলগীয়া আছিল। ব্ৰাহ্মণে জ্ঞান সিদ্ধিৰ বাবে, ক্ষত্ৰিয়ে শাসন পটুতাৰ বাবে, বৈশ্যে বাৰ্তা কুশল হবলৈ, আৰু শূদ্ৰে কাৰু শিল্প আৰু সেবাকাৰ্য্যত পটুতা লাভৰ বাবে তপস্যা কৰিব লাগিছিল। অথবা সেইবিলাকেই আছিল, তেওঁলোকৰ তপস্যা। মনুসংহিতাত আছে ;—

"ব্ৰাহ্মণস্য তপোজ্ঞানং তপঃ ক্ষত্ৰস্য ৰক্ষণম্।
বৈশ্যস্যতু তপোবাৰ্ত্তা তপঃ শূদ্ৰস্য সেৱনম্"॥

জ্ঞান উপাৰ্জনে ব্ৰাহ্মণৰ তপস্যা, ৰাজ্য-ৰক্ষা, ধৰ্ম-ৰক্ষা প্ৰভৃতি ক্ষত্ৰিয়ৰ তপস্যা। বাৰ্তা অৰ্থাৎ কৃষি, বাণিজ্য, গো-পালন আদি বৈশ্যৰ তপস্যা,

শূদ্রৰ তপস্যা শুশ্রূষা ; অৰ্থাৎ ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰে নিজ নিজ কৰ্মত পটুত্ব লাভ কৰিলেই শাস্ত্ৰমতে তপঃসিদ্ধ বুলি পৰিচিত হৈছিল। সেই দেখিয়েই ছাত্ৰসকলৰ পক্ষে তপস্যা আছিল অধ্যয়ন। "ছাত্ৰাণামধ্যয়নং তপঃ।" তিৰোতাবিলাকৰ তপস্যা আছিল পাতিব্ৰত্য "তপঃ প্ৰধানাঃ নাৰ্য্যাঃ।" মুঠতে কব পাৰি জাতি বৰ্ণ নিৰ্বিশেষে সকলেও নিজৰ কাৰ্য্যত সিদ্ধি বা পটুতা লাভৰ কাৰণে ঐকান্তিক চেষ্টা কৰিব লাগিছিল। ফল-মূল আদিৰে জীৱন ধাৰণ কৰোঁতা সংযতাত্মা ঋষিসকলে তপস্যাৰ বলত সকলো বিষয়তে ভূত, ভবিষ্যৎ, বৰ্ত্তমান এই তিনিও কালৰ জ্ঞান লাভ কৰিছিল। নানাপ্ৰকাৰ ঔষধ, আয়ুৰ্বেদ শাস্ত্ৰ আৰু তান্ত্ৰিক নানাপ্ৰকাৰ ক্ৰিয়াকে আদি কৰি অশেষ দৈবীবিদ্যাও ঋষিসকলে তপস্যা কৰিহে লাভ কৰিছিল, জ্যোতিষ শাস্ত্ৰৰ অভ্ৰান্ত গণনাবোৰ আৰু আধুনিক কালৰ বিস্ময়জনক বৈজ্ঞানিক সত্য সিদ্ধান্তবিলাকো তপস্যাৰ ফল। সংক্ষেপে কব লাগিলে কব পাৰি যে যি দুষ্কৰ, যি দুষ্প্ৰাপ্য আৰু যি দুঃসাধ্য সেই সকলো তপস্যাৰ দ্বাৰা সুকৰ, সুপ্ৰাপ্য আৰু সুসাধ্য হয়। এইবোৰ কথা শাস্ত্ৰগ্ৰন্থ সকলত সুন্দৰ ভাষাত সুন্দৰৰূপে বৰ্ণিত আছে।

তপস্যা শাৰীৰিক, মানসিক আৰু বাচিক ভেদে তিনিবিধ। এই তিনিবিধ তপস্যাৰ ভিন্ ভিন্ লক্ষণ শ্ৰীমদ্ভাগবৎ গীতাৰপৰা তলত তুলি দিয়া হল ;—

"দেব দ্বিজ গুৰু প্ৰাজ্ঞ পূজনং শৌচমাৰ্জবং।
ব্ৰহ্মচৰ্য্য মহিংসা চ শাৰীৰং তপ উচ্যতে॥"

দেৱতা, ব্ৰাহ্মণ, গুৰু আৰু জ্ঞানী এই সকলৰ পূজা আৰু শুচিতা, সৰলতা, ব্ৰহ্মচৰ্য্য, এবং হিংসা বিৰহিত হোৱাকে শাৰীৰিক তপস্যা বোলে।

"অনুদ্বেগকৰং বাক্যং সত্যং প্ৰিয়হিতং চ যৎ।
স্বাধ্যায়াভ্যাসনং চৈব বাঙ্‌ময়ং তপ উচ্যতে॥"

যি বাক্য হিতকৰ, প্ৰিয় আৰু সঁচা, যি বাক্যৰপৰা মানুহৰ মনত কোনো

উদ্বেগৰ সৃষ্টি নহব, তেনেকুৱা বাক্য কোৱা এবং সৎ গ্ৰন্থৰ পাঠ অভ্যাসকে বাচনিক তপ বোলে।

“মনঃ প্ৰসাদ সৌম্যত্বং মৌন মাত্মবিনিগ্ৰহঃ।
ভাব সংশুদ্ধিৰিত্যে তৎতপো মানসমুচ্যতে ॥”

মনৰ প্ৰসন্নতা সাধন, সৌম্য ভাব অৰ্থাৎ কাৰো প্ৰতি ক্ৰূৰ ভাব নৰখা, অনৰ্থক কথা নোকোৱা, আত্ম-সংযম আৰু শুদ্ধি ভাব এইবিলাকক মানসিক তপ বোলে।

সাধ্য বিষয়ত ইন্দ্ৰিয়বিলাকক নিগ্ৰহ কৰি ৰাখি ঐকান্তিক ভাৱে সিদ্ধিৰ বাবে যত্ন কৰাকে তপস্যা বুলি আগতে কোৱা হৈছে। বান্ধি ৰখা সোঁতৰ বেগ আৰু কাৰ্য্য শক্তি বাঢ়ি যোৱাৰ নিচিনা এনে বিষয়ত ইন্দ্ৰিয়বিলাকক নিগ্ৰহ কৰি অৰ্থাৎ বান্ধি ৰাখিলে সিহঁতৰো কাৰ্য্যকৰী শক্তি বৃদ্ধি প্ৰাপ্ত হয়। সাধাৰণ ইন্দ্ৰিয়তকৈ যে বৰ্দ্ধিত বেগ আৰু বৰ্দ্ধিত শক্তি ইন্দ্ৰিয়ৰ দ্বাৰা বেচি কাম হব, তাক নকলেও হব, সেইদৰে এই বৰ্দ্ধিত বেগ বৰ্দ্ধিত শক্তিশালী ইন্দ্ৰিয়ৰ লোকসকলে যে সাধাৰণ দৃষ্টিত বিষয়ৰ অতীন্দ্ৰিয়, সিবোৰ অদৃষ্ট, তাৰ বিষয়ে জ্ঞান লাভ কৰিব পাৰে, ইয়াত সংশয় কৰিবৰ বা আচৰিত হবৰ কোনো কাৰণ নাই। তপঃপৰায়ণ লোকসকলে সকলো কাৰ্য্যত সহজে সিদ্ধিলাভ কৰিব পাৰে। শাৰীৰিক তপঃসিদ্ধলোকে শাৰীৰিক শক্তি আৰোগ্য আৰু শৰীৰৰ লগত মনৰ সম্বন্ধ থকা হেতুকে মানসিক শক্তিও লাভ কৰে। বাচনিক তপঃসিদ্ধ সকলে বাক্য সিদ্ধি লাভ কৰে। সিদ্ধবাক্ পুৰুষে যি কয় সেইয়ে সিদ্ধ হয়। মানসিক তপঃসিদ্ধ লোকে মন জয় কৰা হেতুকে সকলোৰে ওপৰত আধিপত্য লাভ কৰাৰ লগে লগে পৰম জ্ঞানৰো অধিকাৰী হয়।

শাৰীৰিক, বাচনিক আৰু মানসিক তপস্যাও সাত্বিক ৰাজসিক আৰু তামসিক ভেদে তিনিপ্ৰকাৰ।

শ্ৰীমদ্ভগবতগীতা উপনিষদত উক্ত আছে ;—

"শ্ৰদ্ধয়া, পৰয়া তপ্তং তপস্তৎ ত্ৰিবিধং নৰৈঃ।
অফলা কাঙ্ক্ষিভিৰ্যুক্তৈঃ সাত্ত্বিকং পৰিচক্ষ্যতে॥"

কোনো ফলক আশা নকৰাকৈ পৰম শ্ৰদ্ধান্বিত হৈ শাৰীৰিক, বাচনিক আৰু মানসিক এই তিনিওবিধ তপ আচৰণ কৰিলে সাত্ত্বিক তপ কৰা হয়।

"সৎকাৰমান পূজাৰ্থং তপোদম্ভেন চৈব যৎ।
ক্ৰিয়তে তদিহ প্ৰোক্তং ৰাজসং চলমধ্ৰুবম্॥"

সৎকাৰ, মান আৰু পূজা পাবৰ কাৰণে দম্ভ দৰ্পযুক্ত হৈ যি তপ কৰা হয়, তাক ৰাজসিক তপ বোলে। ৰাজসিক তপস্যাৰ ফল চঞ্চল, অধ্ৰুব বা অনিশ্চিত। তামসিক তপৰ বিষয়ে কৈছে ;—

"মূঢ় গ্ৰাহেনাত্মানো যৎ পীড়য়া ক্ৰিয়তে তপঃ।
পৰস্যোৎসাদনাৰ্থম্বা তত্তামসমুদাহৃতম্॥"

নিজৰ মূৰ্খতাৰ বাবে শৰীৰক নানাপ্ৰকাৰ কষ্ট দি যি তপ কৰা হয়, নাইবা আনৰ অনিষ্ট কৰিবৰ মতলব কৰি যি তপ কৰা হয়, তাকে তামসিক তপ বোলে। ঋষিসকলে কায়বাক্যমনে অহিংসা হোৱাকে পৰম তপস্যা বুলি বৰ্ণনা কৰিছে। আজিকালি মহাত্মা গান্ধীজীয়েও সকলোকে স্বৰাজ লাভৰ বাবে অহিংসাৰূপ তপ আচৰণ কৰিবৰ উপদেশ দিছে।

তপস্যা ব্যক্তিগত উন্নতিৰ বাবে যিমান প্ৰয়োজনীয় জাতিগত উন্নতিৰ বাবেও সিমান প্ৰয়োজনীয়। প্ৰাচীন কালত ভাৰতবৰ্ষ তপস্যাৰ বলতে অতি উন্নত আৰু অতিশয় উদ্গতিশীল আছিল। তপঃপ্ৰভাবসম্পন্ন ব্ৰাহ্মণসকলে নিৰ্বিঘ্নে আৰু নিচিন্তমনে জ্ঞান-বিজ্ঞান প্ৰচাৰ কৰি প্ৰজাসকলৰ সুখ-সৌভাগ্য বৃদ্ধি কৰিছিল। তপঃপ্ৰভাবযুক্ত ক্ষত্ৰিয়সকলে বৃথা কন্দল, বৃথা হিংসা, পৰৰাজ্য

পৰধন লোলুপতা আৰু জঘন্য বিজিগীষা প্ৰবৃত্তি পৰিত্যাগ কৰি ধৰ্ম ৰক্ষা, দেশ ৰক্ষা আৰু বহিঃ শত্ৰু, অন্তৰ শত্ৰু নিবাৰণ কৰি দেশৰ কল্যাণ সাধিছিল।

বৈশ্য সকলো তপঃপ্ৰভাবযুক্ত হোৱাৰ গতিকে তেওঁলোকেও অসৎ লাভৰ দুৰাকাঙ্ক্ষা নকৰি ক্ৰেতা, বিক্ৰেতা শ্ৰমিক আৰু ধনীকৰ সামঞ্জস্য বিধান কৰি বাৰ্তা বৃত্তিৰ দ্বাৰা নিজৰ জীৱিকা নিৰ্ব্বাহৰ লগে লগে স্বদেশ, স্বজাতিৰো হিত সাধিছিল।

তপঃপ্ৰভাবযুক্ত শূদ্ৰসকলেও নিজৰ আত্মসম্মান আৰু সামাজিক স্থিতি স্থিৰ ৰাখি কোনো বৃত্তি সঙ্কটৰূপ সামাজিক বিপ্লৱ উপস্থিত নকৰি নিজৰ জীৱিকা নিৰ্বাহ কৰিছিল। আৰু তেনেকৈ বৃত্তিস্থৈ জীৱিকা নিৰ্বাহ কৰাৰ বাবে সমাজৰ আৰু দেশৰো হিতসাধন কৰা হৈছিল।

বৰ্তমান কালত লোকসকল তপঃপ্ৰভাব শূন্য হোৱাত দিনে দিনে আমাৰ অৱনতি হৈ আহিছে। শাৰীৰিক তপস্যা নথকাৰ বাবে শৰীৰ দুৰ্বল, ক্ষীণায়ু আৰু সত্বহীন হৈছে। বলহীন শৰীৰ আৰু বলহীন মনৰ দ্বাৰা কোনো মহৎকাৰ্য হব নোৱাৰে বৰং মানুহৰ শাৰীৰিক আৰু মানসিক অৱনতি ঘটিলে মানুহ সাহসহীন আৰু কাপুৰুষ হয়। বাচনিক তপস্যা নথকাৰ বাবে আমাৰ কোনো কথাতে জোৰ বা বল নাইকিয়া হৈছে। কোনো বাক্য সফল নহয়। বাক্য মিছা বিষয়ত প্ৰযুক্ত হৈ লোক সমাজৰ অনিষ্টকৰ হৈছে। তাৰ ফলত দিনক দিনে আত্মকলহ বনীভূত হৈ আহিছে। অনেক সময়ত দেশ, কালৰ বিপৰীতভাৱে প্ৰযুক্ত অসাৰ বাক্যৰ দ্বাৰা সমাজৰ বিশৃঙ্খল ভাব বাঢ়ি গৈ সকলোৰে সুখশান্তি নষ্ট কৰিছে। অনেকে সময়ত কৰ্কশ, অমনোহৰ আৰু অপ্ৰীতিকৰ বাক্যে মানুহৰ মনত মিছাতে পীড়া জন্মাইছে। মানসিক তপস্যাৰ অভাবত জ্ঞান বিজ্ঞানৰ চৰ্চা দিনে দিনে ক্ষীণ আৰু ক্ষীণতৰ হৈ গৈ বৰ্তমান অৱস্থা প্ৰাপ্ত হৈছে। অৱশ্যে জগদীশ বসু, প্ৰফুল্লচন্দ্ৰ ৰায়, মেঘনাদ সাহা প্ৰভৃতি তপস্যাৰ বলত জড়বিজ্ঞান সম্বন্ধে ভাৰতবৰ্ষৰ মুখ বৰ্তমান কালত জগতত উজ্জ্বলতৰ

হৈছে ; কিন্তু এই বিশাল ভাৰতবৰ্ষত কেইজন জগদীশ বসু, কেইজন প্ৰফুল্লচন্দ্ৰ ৰায়।

তপঃপ্ৰভাব হীন হোৱাৰ বাবে যে অনেক অনিষ্ট হৈছে তাক কৈ শেষ কৰিব নোৱাৰি। এইবোৰ অনিষ্ট নিবাৰণৰ একমাত্ৰ উপায় ভাৰতবৰ্ষক আগৰ নিচিনা আকৌ তপঃপৰায়ণ কৰা। সেই শক্তিশালী মহাপুৰুষ কৈ ? মহাত্মা গান্ধীজী চেষ্টা কৰিছে ভাৰতবৰ্ষক সত্যৰ ভিতৰেদি তপঃপৰায়ণ কৰিবলৈ। মহাত্মাৰ সেই শিক্ষাক আমি সত্বহীনবিলাকে অবজ্ঞা কৰিছোঁ। নাজানোঁ আৰু কিমান দিনৰ পাচত কোন মহাপুৰুষ আবিভূৰ্ত হৈ অথবা মহাত্মাজীয়ে ভাৰতবৰ্ষক তপ-পৰায়ণ কৰি এই দুৰ্গতি সাগৰৰপৰা উদ্ধাৰ কৰে।

ওঁ তৎসৎ ওঁ তৎসৎ ওঁ তৎসৎ।

---

# ধৰ্ম্ম

আজি কালি ধৰ্ম্মশাস্ত্ৰবিলাকৰ ভালদৰে আলোচনা নোহোৱাত হিন্দু ধৰ্মৰ উদ্দেশ্য কি ধৰ্ম শব্দৰ অৰ্থ কি আৰু তাক সাধনা কৰিব লাগিলেই বা কি কৰিব লাগে ইত্যাদি নজনাৰ বাবে ধৰ্ম বুলিলে কিবা কিবি বিশেষ কাৰ্য্য বুলিহে সাধাৰণ লোকৰ মনত ধাৰণা হৈছে। এনে ধাৰণা বা ভাব ঘোৰ তামসিক অজ্ঞানতাৰ ফল। ভকত সেৱা কৰা, নাম ধৰা, শ্ৰাদ্ধ-শান্তি, হোম-পাঠ-ব্ৰহ্মভোজন আদি কৰা যেনে ধৰ্ম কাৰ্য্য, সন্তান জন্মোৱা, ধন উপাৰ্জন কৰা, লিখা পঢ়া শিকা, বন্ধু-বান্ধবৰ লগত সদালাপ কৰা আদিও তেনে ধৰ্ম কাৰ্য্য। কেৱল এইবোৰ ভোগৰ নিমিত্তে নহৈ হব লাগে ত্যাগৰ নিমিত্তে।

হিন্দু ধৰ্মৰ ভাব হৈছে ;—

"প্ৰাতঃ প্ৰভৃতি সায়ান্তং সায়াদি প্ৰাতৰন্ততঃ।
যৎ কৰোমি জগত্যৰ্থে তদস্তু তব পূজনম্" ॥

পুৱাৰপৰা গধূলিলৈ আৰু গধূলিৰপৰা পুৱালৈ জগতৰ নিমিত্তে যি কৰোঁ, সেই সকলো হে প্ৰভো ! তোমাৰে পূজা। এই সংসাৰ ভগৱানৰ, সাংসাৰিক যত কাৰ্য্য কৰা হয় সকলো ভগৱানৰ প্ৰীতিৰ নিমিত্তে হব বুলি হিন্দুৱে পুৱাই উঠি প্ৰাৰ্থনা কৰে ;—

"প্ৰাতঃ সমুত্থায় তব প্ৰিয়াৰ্থং সংসাৰ যাত্ৰা মনুবৰ্ত্তয়িষ্যে" অৰ্থাৎ পুৱাই উঠি হে প্ৰভো ! তোমাৰ প্ৰীতিৰ বাবে সংসাৰ যাত্ৰাত প্ৰবৃত্ত হলোঁ। গতিকে ভগৱানৰ অপ্ৰীতিজনক কোনো কাৰ্য্যকে কৰিব নাপায়। ভগৱানৰ অপ্ৰীতিকৰ কাৰ্য্যই পাপ, অধৰ্ম।

ধৰ্মৰ দুই ৰূপ ; বাহ্য আৰু অভ্যন্তৰ। ধৰ্মৰ বাহ্য ৰূপ বা শৰীৰ হৈছে নানা প্ৰকাৰ ব্ৰত, উপবাস, নিয়ম-নীতি ইত্যাদি। এইবোৰ অনিত্য। দেশ কাল, পাত্ৰ ভেদে নাইবা নানা প্ৰকাৰ পাৰিপাৰ্শ্বিক অৱস্থাৰ কাৰণে এইবোৰৰ

লৰ চৰ হব পাৰে। প্ৰাচীন কালতো এনে লৰ চৰ বহুতো হৈছে। তাৰ চিন আমাৰ শাস্ত্ৰসকলৰ ভিতৰতে আছে। সেই দেখিয়েই মানুহে কয়;—“বাৰ ঋষিৰ তেৰ সম্মত” বা “নাসৌ মুনির্যস্য মতং ন ভিন্নম্”।

ধৰ্মৰ অভ্যন্তৰ ৰূপ বা আত্মা অৰ্থাৎ সাৰ বস্তু হৈছে “যম”। যম শব্দৰ অৰ্থ ইন্দ্ৰিয় সংযম। পাচটা কৰ্মেন্দ্ৰিয়, পাচটা জ্ঞানেন্দ্ৰিয় আৰু মন। এই এঘাৰটা ইন্দ্ৰিয়ক সংযত কৰি সেইবোৰক বশীভূত কৰি ৰাখাই হৈছে সকলো ধৰ্মৰে মূল। এই মূল ঠিক কৈ ৰাখিব পাৰিলে ধৰ্ম জগতত অধঃপতনৰ কোনো আশঙ্কা নাথাকে। যম বা ইন্দ্ৰিয় সংযম হৈছে নিত্য। কোনো ধৰ্মতে বা দেশ, কাল, পাত্ৰ ভেদেও যমৰ লৰচৰ হব নোৱাৰে। যমৰ বা ইন্দ্ৰিয় সংযমৰ শিথিলতা হলেই সকলো লোকৰ আৰু সকলো ধৰ্মৰ মূল ভেটি ধ্বংস হব।

ধৰ্ম শব্দৰ অৰ্থ বিচাৰিলে ইয়াকে পোৱা যায়; ধৃ ধাতুৰ লগত মন প্ৰত্যয় হৈ ধৰ্ম শব্দ নিষ্পন্ন হৈছে। গতিকে ধৰ্ম শব্দৰ অৰ্থ হল ধাৰণ কৰা। যোনে এই বিশ্ব ধাৰণ কৰিছে, বা যাৰদ্বাৰা এই বিশ্বজগত ধৃত হৈ আছে, সেইয়ে ধৰ্ম।

বেদতো ধৰ্ম শব্দৰ এই ৰকম অৰ্থ ই আছে;—

ধৰ্মোবিশ্বস্য জগতঃ প্ৰতিষ্ঠা; লোকে ধৰ্মিষ্ঠাং প্ৰজা উপসৰ্পন্তি ধৰ্মেন পাপং অপনুদতি, ধৰ্মে সৰ্বং প্ৰতিস্থিতং তস্মাৎ ধৰ্মং পৰমং বদন্তি” ॥

ধৰ্ম ই বিশ্বজগতৰ স্থিতিৰ মূল। সংসাৰত প্ৰজাসকলে ধৰ্মিষ্ঠ লোকৰহে অনুসৰণ কৰে। ধৰ্মৰ দ্বাৰা পাপ নষ্ট হয়। ধৰ্মতে সকলো জগত প্ৰতিস্থিত; সেইকাৰণে ধৰ্মই পৰম বস্তু বুলি জ্ঞানীসকলে কয়। মহাভাৰততো মহৰ্ষি বেদব্যাসে লিখিছে;

“ধাৰণাৎ ধৰ্মমিত্যাহু ধৰ্মোধাৰয়তে প্ৰজা।
যৎস্যাৎ ধাৰণসংযুক্তঃ সধৰ্ম ইতি নিশ্চিতম্” ॥

ধাৰণ কৰাৰ বাবেই ধৰ্মক ধৰ্ম বোলে। ধৰ্মই প্ৰজাসকলক ধাৰণ কৰি

আছে ; সেই কাৰণে যিয়ে ধাৰণশীল হয়, সেইয়ে নিশ্চিত ধৰ্ম। মহাভাৰতত আছে ;—

"প্ৰভবাৰ্থায় ভূতানাং ধৰ্মপ্ৰবচনং কৃতম্।
যৎ স্যাৎ প্ৰভবসংযুক্তঃ সধৰ্ম ইতি নিশ্চিতম্" ॥

প্ৰাণীসকলৰ বিকাশৰ বাবেই ধৰ্ম বচনবিলাক প্ৰনয়ণ কৰা হৈছে। সেই দেখি বিকাশশীল অৰ্থাৎ যাৰ দ্বাৰা সকলো প্ৰাণীৰে সৰ্বাঙ্গীন বিকাশ সাধিত হয়, সেইয়ে ধৰ্ম; ই নিশ্চিত।

এই বিশ্বজগত জড় আৰু চেতন এই দুই ভাগত বিভক্ত। গতিকে জড় আৰু চেতন বিশ্বৰ যি ঐশ্বৰিক নিয়ম বা শক্তিৰ বলত উন্নতি সাধন হয় সেইয়ে ধৰ্ম। সেই কাৰণেই যোগ বা পাতঞ্জল দৰ্শনৰ ভাষ্যত ভগবান ব্যাসদেৱে লিখিছে ;—

"যোগ্যতাবচ্ছিন্নঃ ধৰ্মিনঃ শক্তিৰেব ধৰ্মঃ।

পদাৰ্থবিলাকৰ যোগ্যতাজনক শক্তিৰ নাম ধৰ্ম; অৰ্থাৎ জড় পদাৰ্থই হওক নাইবা চেতন পদাৰ্থই হওক যি শক্তি নাথাকিলে সেই বস্তুৰ বস্তুত্ব নাথাকে, তাৰে নাম ধৰ্ম। যেনে—অগ্নিৰ দাহিকা শক্তি, জলৰ দ্ৰবত্ব আৰু শীতলতা, মানুহৰ মনুষ্যত্ব, ব্ৰাহ্মণৰ ব্ৰাহ্মণত্ব আৰু শূদ্ৰৰ শূদ্ৰত্ব ইত্যাদি। ধৰ্মৰ জগতত ধাৰণৰ বৈচিত্ৰময় লীলা দেখি ভাবুক আৰু চিন্তাশীললোকে পৰমেশ্বৰৰ চৰণত মূৰ নোদোঁৱাই থাকিব নোৱাৰে।

এই ব্ৰহ্মাণ্ডৰ বাহিৰেও কত কোটি ব্ৰহ্মাণ্ড, কত গ্ৰহ, উপগ্ৰহ, কত চন্দ্ৰ, সূৰ্য্য, কত শত শত নক্ষত্ৰ অহৰহ ঘূৰি ফুৰিব লাগিছে, কোনে তাৰ সংখ্যা কৰিব পাৰে ? এই অসংখ্য ব্ৰহ্মাণ্ড, গ্ৰহ, উপগ্ৰহ আদিৰে সৈতে ধৰ্মৰ বলতে ৰক্ষা পৰি আছে। ধৰ্মৰ বলতে গ্ৰহে গ্ৰহে সংঘাত বা ব্ৰহ্মাণ্ডে ব্ৰহ্মাণ্ডে সংঘৰ্ষ উপস্থিত হোৱা নাই। ধৰ্মৰ বলতে সূৰ্য্য হেন সৌৰ জগতৰ কেন্দ্ৰিভূত মহা

গ্ৰহটীয়ে অনবৰত নিজৰফালে টানিও ক্ষুদাদপি ক্ষুদ্ৰ উপগ্ৰহটীকে নিজৰ পেটৰ ভিতৰত আনি লিণ কৰিব পাৰা নাই। আকৰ্ষণ বিকৰ্ষণৰ এইবোৰ ঐশিক নিয়মো ভগবানৰ জগত ধাৰণ শক্তি ধৰ্মৰে ফল।

এই ঐশ্বৰিক ধৰ্মৰ বলতে জগতৰ সকলো প্ৰাণী, চেতন, অচেতন সকলো ভূত ক্ৰমে ক্ৰমে উন্নতি লাভ কৰি শেষত গৈ পৰম মুক্তি পদ লাভ কৰিব; এই কথা আমাৰ শাস্ত্ৰত এইদৰে আছে ;—

"উন্নতিং নিখিলা জীৱা ধৰ্মেনৈৱ ক্ৰমাদিহ।
বিদধানাঃ সাৱধানা লভন্তেতে পৰং পদম্" ॥

ধৰ্মৰ দ্বাৰা নিখিল বিশ্ব উন্নতি লাভ কৰি, ক্ৰমে শেষত গৈ মোক্ষপদ প্ৰাপ্ত হয়।

ইয়াত প্ৰশ্ন হব পাৰে যে, যদি সকলো বিশ্বজগতেই চেতন অচেতন নিৰ্বিশেষে ধৰ্মৰ দ্বাৰা উদ্গতি লাভ কৰি মোক্ষৰ অধিকাৰী হয়, তেনেহলে সকলোৱে অকল ধৰ্মৰ ওপৰত নিৰ্ভৰ কৰি বহি থাকিলেই হয়। ইমান আচাৰ, জ্ঞান-বিজ্ঞানৰেই বা দৰকাৰ কি? পুৰুষকাৰৰ কোনো প্ৰয়োজন নথকা হয় মানুহ ঘোৰ দৈৱবাদী হৈ সকলো অৱস্থাতে কি ধৰ্মসাধন, কি সংসাৰ-যন্ত্ৰ সকলো বিষয়ে প্ৰাকৃতিক ধৰ্মৰ ওপৰত নিৰ্ভৰ কৰি বহি থাকিব লগা হয়। কিন্তু বাস্তৱ জগতত হলে তেনেকুৱা ব্যৱহাৰ দেখা নাযায়। বৰং চেতন অচেতন সকলো ভূতে কম বেচি কিছু নহয় কিছু পৰিমাণে কৰ্মত ব্যস্ত; ঘোৰ তামসিকতাপ্ৰাপ্ত জাতিকো আহাৰ বিহাৰ আদি কৰ্মত হে প্ৰবৃত্ত হোৱা দেখা যায়।

এই প্ৰশ্নৰো এক কথাৰে উত্তৰ দিব পাৰি, "ধৰ্ম" বুলি কৈ। স্বাভাৱিক ধৰ্মবলেই বিশ্বজগতৰ সকলো পদাৰ্থ ক্ৰমোন্নতি লাভ কৰি ক্ৰমে ক্ৰমে উন্নত, উন্নততৰ আৰু উন্নততম কৰ্মত প্ৰবৃত্ত হয়। উদ্ভিদ আদি অচেতন পদাৰ্থ

ঘোৰ তমোগুণেৰে আবৃত্ত থকা হেতুকে কোনো কৰ্মকে কৰিব নোৱাৰে ; জড়-ভাৱত অভিভূত হৈ থাকে। . প্ৰাকৃতিক ধৰ্মগুণেই অচেতন উদ্ভিদৰপৰা প্ৰথমতে নিকৃষ্ট চেতন প্ৰাণী জন্ম লাভ কৰে। উদ্ভিদতকৈ নিকৃষ্ট চেতন প্ৰাণীবো তমোভাব কিছু কম কাৰণে নিকৃষ্ট চেতন প্ৰাণীবোৰকো কিছু কিছু কৰ্মত প্ৰবৃত্ত দেখা যায় ; যেনে—ভোকত আহাৰ্য্য দ্ৰব্য বিচৰা ইত্যাদি।

এইদৰে প্ৰাকৃতিক ধৰ্ম বলে যিমানেই প্ৰাণীসকল তমোভাব শূন্য হৈ আছে, সিমানেই সিহঁতৰ কৰ্ম বৃত্তি বেচি হৈ আছে। এইদৰে লক্ষ লক্ষ যোগী ভ্ৰমণ কৰি জীৱ ক্ৰমে তমোগুণ অতিক্ৰম কৰি ৰজোগুণৰ ৰাজ্যত প্ৰবেশ কৰে। ৰজোগুণশালী প্ৰাণীৰ কৰ্ম যিমানেই উন্নততৰ হৈ আছে, সিমানেই প্ৰাণী ৰজো-গুণ অতিক্ৰম কৰি সত্বাভিমুখী হয়, সিমানেই সিহঁতৰ কৰ্মও উন্নততম হৈ আছে।

প্ৰাণীজগতৰ বিকাশ সম্বন্ধে বিষ্ণুপুৰাণত এইদৰে লিখা আছে ;—

"স্থাবৰং বিংশতের্লক্ষং জলজং নব লক্ষকম্।
কুৰ্ম্মাশ্চ নব লক্ষংচ দশ লক্ষংচ পক্ষিণঃ ॥
ত্ৰিংশ লক্ষং পশুনাঞ্চ চতুৰ্লক্ষং চ বানৰাঃ।
ততো মানুষতাং প্ৰাপ্য ততঃ কৰ্ম্মানি সাধয়েৎ ॥
এতেষু ভ্ৰমণং কৃত্বা দ্বিজত্বমুপজায়তে।
সৰ্ব্ব যোনিং পৰিত্যজ্য ব্ৰহ্মযোনিং ততোভ্যহ্গাৎ" ॥

অৰ্থাৎ স্থাবৰৰ কুৰি লক্ষ, জলজৰ নলক্ষ, কুৰ্মৰ নলক্ষ, পক্ষীৰ দহলক্ষ, পশুৰ ত্ৰিশলক্ষ, বান্দৰৰ চাৰিলক্ষ যোনী ভ্ৰমণ কৰি পিচত জীৱ মনুষ্য যোনীলৈ আহে আৰু ক্ৰমে ক্ৰমে গৈ দ্বিজত্ব লাভ কৰে। তাৰ পিচত সকলো যোনী পৰিত্যাগ কৰি ব্ৰহ্ম যোনী লাভ কৰে ; অৰ্থাৎ জীৱ ব্ৰহ্মজ্ঞানী হৈ মোক্ষ লাভ

কৰে। দাৰুইনৰ সিদ্ধান্তৰ লগত এই সিদ্ধান্তৰ মিল আছে; এইয়ে অভিব্যক্তিবাদ।

এই যে প্ৰাকৃতিক ধৰ্মগুণে জীৱৰ উন্নতি ইয়াৰো এটা সীমা আছে। অনেক লক্ষ যোনী ভ্ৰমণ কৰি পিচত জীৱে উত্তম নৰতনু লাভ কৰে। নৰশৰীৰ লাভৰ আগথিনিলৈ জীৱ প্ৰকৃতিৰ বশ হৈ থাকে। নিজৰ সন্তানক যিদৰে মাকে প্ৰতি-পালন কৰি ডাঙৰ দীঘল কৰে, প্ৰকৃতিয়েও সেইদৰে জীৱসমূহক স্নেহময়ী জননীৰ নিচিনা প্ৰতিপালন কৰি ডাঙৰ দীঘল কৰে। তাৰ পিচত সন্তান উপযুক্ত অৰ্থাৎ সাবালক হলে যিদৰে মাকৰ কৰ্তব্য শেষ হয়, সেইদৰে প্ৰকৃতি মাতাও জীৱ সমূহক মনুষ্য যোনীলৈ আনি সাবালক কৰি দি নিজৰ দায়ীত্বৰ পৰা মুক্ত হয়। নাবালক সন্তান মাকৰ বশীভূত হৈ থকাৰ দৰে মনুষ্য যোনীলৈ জীৱসমূহ প্ৰকৃতিৰ বশীভূত হৈ থাকে। গতিকে মনুষ্য জন্ম প্ৰাপ্ত হোৱালৈকে জীৱৰ উদ্গতি, অধোগতি আৰু ধৰ্ম-অধৰ্ম আদিৰ বাবে প্ৰকৃতিয়ে দায়ী। সাবালক সন্তানে যিদৰে পিতৃ-সম্পত্তি লাভ কৰি অনেক সময়ত মাকক নামানি মাকৰ ওপৰতো জয় লাভ কৰি নিজে স্বাধীনভাৱে কাৰ্য্য কৰি তাৰ ভাল বেয়া ফলৰ ভাগী হয়, সেইদৰে জীৱ সমূহেও মনুষ্য জন্মৰ লগে লগে সাবালক হৈ স্বাধীন বুদ্ধি, স্বাধীন বিবেকৰূপ পিতৃ-সম্পত্তি লাভ কৰি প্ৰকৃতি মাতাৰ ওপৰত জয় লাভ কৰি স্বাধীনভাৱে চলা ফুৰা কৰিব পাৰা হয়; গতিকে মানুহ ধৰ্ম, অধৰ্ম, উদ্গতি, অধোগতি-পাপ পুণ্য আদিৰ বাবে নিজে দায়ী হয়। প্ৰকৃতিৰ ওপৰত জয় লাভ কৰি মানুহে নিজৰ উদ্গতি, অধোগতি আদি যে নিজে মাতি আনিব পৰা হয়, মৈথুন আদি কৰ্মতে তাৰ ভাল প্ৰমাণ পোৱা যায়। পশু-পক্ষী আদি যোনীৰ জীৱৰ মৈথুন আদি ক্ৰিয়া যে প্ৰাকৃতিক নিয়মানুসাৰে প্ৰজনন প্ৰয়োজনত সাময়িক তাক সকলোৱে জানে। কিন্তু মানুহৰ হলে মৈথুন আদি ক্ৰিয়া প্ৰজননৰ বাহিৰে ইন্দ্ৰিয় তৃপ্তিৰ বাবেও সাধিত হয়, তাক নকলেও হব। গতিকে মানুহে তাৰ সুফল বা কুফলো ভোগ কৰিব লগা হয়। মানুহৰহে যে ধৰ্ম অধৰ্মত অধিকাৰ, মানুহৰ

বাহিৰে যে আনপ্ৰাণী পাপপুণ্যৰ ভাগী নহয়, তাক আমাৰ শাস্ত্ৰত এইদৰে কোৱা আছে ;—

"মানুষেষু মহাৰাজ ধৰ্ম্মাধৰ্ম্মৌ প্ৰবৰ্ত্ততঃ।
নতথান্যেষু ভূতেষু মনুষ্যৰহিতেষু চ" ॥

হে মহাৰাজ মানুহতহে ধৰ্ম আৰু অধৰ্ম প্ৰবৰ্ত্তিত আছে। মানুহৰ বাহিৰে আন প্ৰাণীত ধৰ্ম অধম প্ৰবৰ্ত্তিত নাই। গতিকে দেখা গল যে—মানুহে ধৰ্ম সাধন আৰু নিজৰ উদ্গতিৰ বাবে কিছু পুৰুষকাৰ কৰিব লাগে।

সাধাৰণ মানুহ, বিবেক বুদ্ধিশালী হলেও সৰ্বসাধাৰণ মানুহ ভ্ৰম, প্ৰমাদ আদিৰ তলতীয়া। গতিকে সাধাৰণ মানুহে ধৰ্মলাভৰ নিমিত্তে নিজৰ ইচ্ছা অনুসাৰে চেষ্টা কৰিলে, সেই চেষ্টা সকলো সময়তে ভ্ৰম প্ৰমাদৰ পৰা মুক্ত নোহোৱা হেতুকে অনেক সময়ত তাৰপৰা মঙ্গল নহৈ অমঙ্গলো হব পাৰে। সেই দেখি জ্ঞানী আৰু ভ্ৰম প্ৰমাদৰ বশবৰ্ত্তী নোহোৱা ঋষিসকলে মনুষ্যৰ ধৰ্ম আৰু উদ্গতি লাভৰ নিমিত্তে কেতবোৰ বিধি আৰু কেতবোৰ নিষেধসূচক নিয়ম কৰি থৈছে, আৰু কৰ্তব্য নিৰ্ণয়ৰ বাবেও কেতবোৰ সঙ্কেত বা সাধাৰণ নিয়ম প্ৰনয়ণ কৰি গৈছে। এই আটাইকে শাস্ত্ৰ বোলে। এই শাস্ত্ৰৰ বশবৰ্ত্তী হৈ শাস্ত্ৰাৰ্থৰ অবিৰোধভাবে কৰ্ম কৰিলেহে ধৰ্ম, অৰ্থ, কাম, মোক্ষ সাধন হব পাৰে। শাস্ত্ৰ নামানি চলিব গলে অনেক সময়ত নিজৰ অধোগতিহে সাধন কৰা হয়। জীৱন্মুক্তি বিবেক নামে এখন অতি প্ৰাচীন পুথিত বিদ্যাৰণ্য মুনীশ্বৰে লিখি গৈছে ;—

"উচ্ছাস্ত্ৰ শাস্ত্ৰিতং চেতি পৌৰুষং দ্বিবিধং স্মৃতং।
তত্ৰোচ্ছাস্ত্ৰমনৰ্থায় পৰমাৰ্থায় শাস্ত্ৰিতং" ॥

শাস্ত্ৰহীন আৰু শাস্ত্ৰসিদ্ধ এই দুই ৰকম পুৰুষকাৰ। তাৰ ভিতৰত শাস্ত্ৰহীন পুৰুষকাৰৰপৰা অনৰ্থ আৰু শাস্ত্ৰসিদ্ধ পুৰুষকাৰৰ পৰা পৰমাৰ্থ লাভ হয়।

মানুহে যতবোৰ পুৰুষকাৰ অৰ্থাৎ কৰ্ম কৰে, সেই আটাইবিলাক কৰ্মই ধৰ্ম বা অধৰ্মযুক্ত হয়। সেই অধৰ্মৰ হাত সাৰিবলৈ বুলি হিন্দু শাস্ত্ৰকাৰ সকলে উঠা, বহা, খোৱা, শোৱাকে আদি কৰি সকলো কৰ্মৰে কিছুমান নিয়ম বান্ধি থৈ গৈছে। সেই নিয়মে কৰ্ম কৰি গলে, অধৰ্মৰ হাতো সাৰিব পাৰি আৰু ভালদৰে সংসাৰযাত্ৰা নিৰ্বাহ কৰি সুখ শান্তিত জীৱনো কটাব পৰা হয়।

ধৰ্মলাভৰ বহুতো নিয়ম, বহুতো পথ, শ্ৰুতি স্মৃতি, পুৰাণ, তন্ত্ৰ শাস্ত্ৰ প্ৰভৃতি শাস্ত্ৰত বিহিত আছে। সেইবোৰ এই ক্ষুদ্ৰ প্ৰবন্ধত আলোচনা কৰা অসম্ভৱ। কেৱল জাতি বৰ্ণ নিৰ্বিশেষে সকলোৰে উপযোগী মাত্ৰ দহোটা ধৰ্ম সাধনৰ কথা স্মৃতি শাস্ত্ৰৰপৰা ইয়াত উল্লেখ কৰা হল; যেনে—ধৃতি, ক্ষমা, দান, অস্তেয়, শৌচ, ইন্দ্ৰিয়, ধী, বিদ্যা, সত্য আৰু অক্ৰোধ। যি কোনো ধৰ্মাৱলম্বী বা যি কোনো সম্প্ৰদায়ৰে লোক নহওক ধৰ্মলাভৰ ইচ্ছা কৰিলে এইবোৰত সিদ্ধি লাভ কৰিব লাগিব। এইবোৰত সিদ্ধিলাভ নকৰাকৈ কোনো লোকেই ধৰ্ম বা সাংসাৰিক উন্নতি লাভ কৰিব নোৱাৰে।

ভাৰতীয় দৰ্শনশাস্ত্ৰতো ঋষিসকলে ধৰ্মৰ ব্যাখ্যা এইদৰে কৰিছে;— "যতোভ্যুদয়নিশ্ৰেস সিদ্ধিঃ স ধৰ্মঃ"। যি কাৰ্য্যৰপৰা ইহলোক আৰু পৰলোকত অভ্যুদয় আৰু শেষত মোক্ষলাভ হয়, সেইয়ে ধৰ্ম। হিন্দুশাস্ত্ৰত ইহলোক আৰু পৰলোক এই দুখন ভোগৰ ঠাই। ইহলোক হৈছে আমাৰ চকুৰ আগত থকা মৰ্ত্যধাম আৰু পৰলোক হৈছে আমি চকুৰে নেদেখা স্বৰ্গ, নৰক প্ৰভৃতি লোক সকল। ইহলোকৰ অভ্যুদয় বা উদ্গতিসাধক কৰ্ম হৈছে শৰীৰ পালন, ধন উপাৰ্জন, পৰিবাৰ পোষণ, সন্তান জনন আদি। এইবোৰ কাৰ্য্য শাস্ত্ৰবিধিৰ অধীন হৈ কৰিলে ইহ লৌকিক ধৰ্ম সাধন হয়। পৰলৌকিক ধৰ্ম কাৰ্য্য হৈছে দান, যজ্ঞ, হোম, পাঠ, ব্ৰাহ্মণ-ভোজন আদি। এইবোৰ কাৰ্য্যৰ ফলত পৰলোকত গৈ দিব্য ভোগসকল লাভ কৰিব পাৰি। জ্ঞান, ভক্তিয়ে হৈছে মোক্ষলাভৰ কাৰণ; গতিকে জ্ঞান-সাধন আৰু ভক্তিৰ চৰ্চা কৰিলেই

মোক্ষসাধক ধৰ্ম কাৰ্য্য কৰা হয়। ইয়াৰ দ্বাৰাও বুজা গল, যে—সংসাৰত যত প্ৰকাৰ কৰ্ম আছে, শাস্ত্ৰ নিৰ্দিষ্ট ভাৱে কৰিলে সেই আটাইবোৰে ধৰ্মকাৰ্য্য; কৰ্মৰ শাস্ত্ৰ নিৰ্দিষ্ট বিধি হৈছে সাধুভাৱে শ্ৰদ্ধাযুক্ত হৈ ভগবানত বিশ্বাস ৰাখি তেওঁৰে প্ৰীতিৰ অৰ্থে মনত কোনো ফলৰ আশা নাৰাখি কৰ্ম কৰা।

ধৰ্ম শব্দৰ অৰ্থ বিস্তৃতি আৰু ধৰ্ম সাধনৰ উপায় সম্বন্ধে সংক্ষেপে কবলগীয়া কথাখিনি একপ্ৰকাৰ কোৱা হ'ল। কিন্তু ইয়াৰ বাহিৰেও বিশেষ বিশেষ ধৰ্মৰ কথা কিছুমান আছে। যেনে—ৰাজধৰ্ম, মোক্ষধৰ্ম, আপদ ধৰ্ম, যতি ধৰ্ম, গৃহী ধৰ্ম, নাৰী ধৰ্ম ইত্যাদি। কিন্তু এইবোৰ এই প্ৰবন্ধৰ ভিতৰুৱা নহয়। সেই দেখি ধৰ্মৰূপী ভগবন্তৰ চৰণত সেৱা জনাই এই প্ৰবন্ধৰ ইতি কৰা হল।

"যং পৃথক্ ধৰ্ম্মচৰাণাঃ পৃথক্ ধৰ্ম্ম ফলৈষিণঃ।
পৃথক্ ধৰ্ম্মৈ সমৰ্চ্চন্তি তস্মৈ ধৰ্ম্মাত্মনে নমঃ" ॥

ওঁ শ্ৰীকৃষ্ণাৰ্পণমস্তু।

---

# উপাসনা

উপ+অস্ ধাতুৰ পিছত অনট্ প্ৰত্যয় যোগহৈ উপাসনা পদ সিদ্ধ হৈছে। উপ উপসৰ্গৰ অৰ্থ সমীপ, অস্ ধাতুৰ অৰ্থ ৰখা বা নিক্ষেপ কৰা। গতিকে যিবোৰ কাৰ্য্যৰ দ্বাৰা ভগৱন্তক পোৱা যায় বা যিবোৰ কাৰ্য্যে ভগৱন্তৰ সমীপলৈ সাধকক লৈ যায় সেই কাৰ্য্যবিলাকেই উপাসনা। একমাত্ৰ উপাসনাৰ দ্বাৰাহে যে পৰমেশ্বৰক লাভ কৰিব পাৰি এই কথা বেদতো এইদৰে আছে ;—

"আত্মত্যেবোপাসীত, তদাত্মান মেবোবেৎ; তমেব বিদিত্বা ইতি মৃত্যুমেতি নান্যঃ পন্থা বিদ্যতে অয়নায়।" আত্মাক উপাসনা কৰিব লাগে। তেহে আত্মাক জানিব পাৰি। তেওঁক ( আত্মাক ) জানিলে মৃত্যুৰ ( সংসাৰ ) হাত সাৰিব পাৰি ; মুক্তিৰ বাবে আৰ অন্য পথ নাই।

উপাসনাৰ বহুপ্ৰকাৰ ভেদৰ কথা শাস্ত্ৰত থাকিলেও প্ৰধানতঃ উপাসনা সগুণ নিৰ্গুণ ভেদে দুইবিধ মাত্ৰ। উপাসনাৰ ঘাই কথা উপাস্য দেৱতাৰ ধ্যান বা চিন্তন। চিন্তা সমাহিত কৰি একান্তভাৱে নিৰলসভাৱে সাধকে পৰমেশ্বৰৰ স্বৰূপ চিন্তা কৰিব লাগে। স্বৰূপ চিন্তা কৰিব লাগে বুলি কলেই স্বৰূপ চিন্তা কৰিব নোৱাৰি। চিন্তা কৰোঁ বুলি বহিলেই কত বাধা, কত বিপত্তি, কত প্ৰকাৰ চিত্তৰ বিক্ষেপ আহি উপস্থিত হয় তাক কোৱাৰ সকাম নাই। মন অতি দুৰ্নিগ্ৰহ, অতি চঞ্চল, ভগবানক ধ্যান ধাৰণা কৰোঁ বুলি বহি তুমি যেতিয়াই ইষ্টদেৱৰ কথা ভাবিব আৰম্ভ কৰিবা, দেখিবা তেতিয়াই তোমাৰ মন গল—ধান কাটিবলৈ নাইবা টকাৰ ধাৰ মাৰিবলৈ নাইবা কাৰো লগত মকদ্দমাটো ঠিক ৰকমে চলোৱা হব তাৰ ব্যৱস্থা কৰিবলৈ। মনৰ এনে

অৱস্থাত অর্থাৎ প্ৰথমতে সাংসাৰিক জীৱৰ পক্ষে চিত্ত সমাহিত কৰি নিগুৰ্ণ নিৰাকাৰ অবাঙ্মনসো গোচৰম্ পৰমেশ্বৰৰ ধ্যান কৰা অতি কঠিন ব্যাপাৰ। কঠিন কিয় অসম্ভৱ বুলিলেও বেছি কোৱা নহয়। সেইদেখি প্ৰথমতে সকলো সাধকে সগুণ পৰমেশ্বৰৰ উপাসনা কৰিব লাগে। নিগুৰ্ণ, নিৰ্বিকাৰ ভাৱে পৰমেশ্বৰৰ চিন্তা কৰাতকৈ সগুণ সৃষ্টি, স্থিতি প্ৰলয়ৰ কৰ্তা চৰাচৰ নিখিল বিশ্বৰ অধিকাৰীৰূপে পৰমেশ্বৰক চিন্তা কৰোঁতে কৰোঁতে সাধক শেষতহে পৰমেশ্বৰৰ পৰম নিগুৰ্ণ ভাব উপলব্ধি কৰিব পাৰে। হিন্দুশাস্ত্ৰত এই কথা ভিয়াই ভিয়াই কোৱা আছে।

"নিৰ্ব্বিশেষং পৰংব্ৰহ্ম সাক্ষাৎ কৰ্ত্তুমনীশ্বৰাঃ
যে মন্দাস্তেনুকম্পন্তে সবিশেষ নিৰূপণৈঃ ॥
বশীকৃতে মনস্যেষাং সগুণ ব্ৰহ্মশীলনাৎ।
তদেবাবিৰ্ভবেৎ সাক্ষাদপেতোপাধি কল্পনাৎ ॥"

নিৰ্বিশেষ অৰ্থাৎ নিগুৰ্ণ ব্ৰহ্মৰ উপাসনাত অসমৰ্থ অধম অধিকাৰীৰ বাবে সবিশেষ অৰ্থাৎ সগুণ ব্ৰহ্মৰ উপাসনা মহৰ্ষিসকলে অনুগ্ৰহ কৰি নিৰূপণ কৰিছে। সগুণ ব্ৰহ্মৰ অনুশীলনত অধম অধিকাৰীবিলাকৰ মন বশীভূত হলে পিছত তেওঁলোকৰ মনতো নিগুৰ্ণ ভাব উদয় হব।

সগুণ উপাসনাৰ পূৰ্ণ অভিব্যক্তি মূৰ্তি উপাসনা বা মূৰ্তি পূজাত। সগুণ পৰমেশ্বৰৰ স্বৰূপো কোনো অবলম্বন নোহোৱাকৈ উপলব্ধি কৰা টান। কোনো মূৰ্তিত পৰমেশ্বৰৰ গুণসকল আৰোপ কৰি সেই মূৰ্তিৰ ভিতৰেদি পৰমেশ্বৰক উপাসনা কৰা সহজ। সেই কাৰণেই পুৰাণ আৰু তন্ত্ৰ শাস্ত্ৰত অধম অধিকাৰী সকলৰ বাবে নানা মূৰ্তিৰ নানাপ্ৰকাৰ পূজাবিধি বৰ্ণিত হৈছে। মূৰ্ত্তিৰ উপসনাকে বেদান্তৰ ভাষাত প্ৰতীক উপাসনা বোলে। মূৰ্তি পৰমেশ্বৰ নহয়। মূৰ্তি

পৰমেশ্বৰৰ প্ৰতীকহে। ঈশ্বৰোপলব্ধিৰ সাধক, এই তত্ত্ব হৃদয়ঙ্গম কৰিব নোৱাৰি অজ্ঞ ভিন্ন ধৰ্মাৱলম্বী কোনো কোনো লোকে হিন্দুক পৌত্তলিক বোলে। যোনে পুতলাটোকে ভগবান বুলি পূজা কৰে আচলত তাকেহে পৌত্তলিক বোলে। হিন্দুই পুতলাক বা মূৰ্তিক ঈশ্বৰ নোবোলে; ঈশ্বৰৰ প্ৰতীকহে বোলে। প্ৰতীক শব্দৰ অৰ্থ অভিমুখী হোৱা; অৰ্থাৎ যাক অৱলম্বন কৰি বা যাৰ ভিতৰেদি সংসাৰতাপদগ্ধ অজ্ঞ জীৱ পৰমেশ্বৰৰ বিশ্বৰূপ অনুভব কৰি তেওঁৰ অভিমুখী হয় তাকে প্ৰতীক বোলে। প্ৰতীকক বাস্তৱিক পৰমেশ্বৰ বুলি ভ্ৰম হবৰ ভয়তে হিন্দুবিলাকে যেতিয়া যি প্ৰতীকত যি দেৱতাৰ অৰ্থাৎ পৰমেশ্বৰৰ যি শক্তিৰ উপাসনা কৰে, প্ৰাণপ্ৰতিস্থাৰূপ কাৰ্য্যৰ দ্বাৰা তেতিয়াই সেই প্ৰতীকত সেই শক্তি আৰোপ কৰি লয়। সকলো প্ৰতীকৰ ভিতৰতে শালগ্ৰাম সৰ্ব্বোৎকৃষ্ট। শালগ্ৰামৰ অনেক মাহাত্ম্য শাস্ত্ৰত বৰ্ণিত আছে। কোনো কৃষ্ণ পদাৰ্থৰ প্ৰতি একে ধ্যানে চাই থাকিলে সহজতে মন স্থিৰ হয়। এনেকৈ শালগ্ৰাম শিলাৰ প্ৰতি একে ধ্যানে চাই থাকি চিত্ত স্থিৰ কৰাকে যোগ শাস্ত্ৰত ত্ৰাতক যোগ বোলে।

প্ৰতীক বা মূৰ্ত্তিৰ উপাসনা পৰমাৰ্থিক ক্ষেত্ৰত অধম অধিকাৰীৰ নিমিত্তে বিহিত নিম্নস্তৰৰ উপাসনা বুলি নিৰ্দ্ধাৰিত হলেও ব্যৱহাৰিক ক্ষেত্ৰত মানবীয় সভ্যতাত মূৰ্ত্তি পূজাৰ স্থান অতি উচ্চ। মূৰ্ত্তি পূজাই মানব সভ্যতাৰ মূল। মূৰ্ত্তি পূজাৰ ভিতৰেদিয়ে সকলো সভ্য জগতত বৰ্ত্তমান সভ্যতা বিকাশপ্ৰাপ্ত হৈছে। সকলো জাতিৰ মাজতে দেৱলীলা আৰু মূৰ্ত্তিৰ বৰ্ণনাৰ ভিতৰদিয়ে সাহিত্যৰ বিকাশ সাধন হৈছে। দেৱলীলা অভিনয় কৰাৰ বাবেই নাট্যশাস্ত্ৰৰ প্ৰকাশ। দেব মূৰ্ত্তিৰ অঙ্গ সেষ্ঠৱৰ বাবেই কলা শিল্পৰ অনুশীলন আৰু দেৱগৃহ নিৰ্মাণৰ বাবেই স্থপতি বিদ্যাৰ প্ৰবৰ্ত্তন। হিন্দুৰ মহাভাৰত, ৰামায়ণ, পুৰাণাদি দেৱলীলাৰ বৰ্ণনাতে পৰিপূৰ্ণ। হোমৰৰ ইলিয়াডো দেৱলীলাৰে মহাকাব্য। বৌদ্ধ যুগত ভাৰতীয় তক্ষণ শিল্পৰ যে উন্নতি সাধন হৈছে সিও দেৱমূৰ্ত্তি গঠন আৰু

দেবগৃহ নির্মাণৰ বাবেই। ইউৰোপৰ শ্রেষ্ঠ চিত্রকৰৰ শ্রেষ্ঠ অঙ্কনবিদ্যাৰ প্রকাশ যিশু আৰু মেৰিৰ মূর্তি অঙ্কনতে। এইবোৰ কথাৰ স্থান ই নহলেও মূর্তি পূজাৰ প্রতি নানা কাৰণে দেশৰ শিক্ষাভিমানী কোনো কোনো লোকৰ মনত এটি অবজ্ঞাৰ ভাব বিৰিঙি উঠাৰ বাবেহে এইখিনি কথা কোৱা হল।

উপাসকভেদে উপাসনাৰ সকাম নিষ্কাম আৰু দুই ভেদ বা ভাবো আছে। গীতা শাস্ত্রত চাৰি ৰকম উপাসকৰ কথা লিখা আছে।

"আৰ্ত্ত জিজ্ঞাসুৰর্থার্থী জ্ঞানীচ ভৰতর্ষভ।"

আর্ত, জিজ্ঞাসু, অর্থার্থী আৰু জ্ঞানী • এই চাৰি ৰকম উপাসকৰ ভিতৰত প্রথম তিনি বিধৰ উপাসনা সকাম। আর্ত উপাসকে সংসাৰক্ষেত্রত হাবুডুবু খাই কোনো সংসাৰিক উপায়ে শান্তি লাভ বা ৰোগ-শোক-মোহ আদি জনিত বিপদ-সাগৰৰ পৰা উদ্ধাৰ পাবৰ কোনো আশা নেদেখি বিপদ উদ্ধাৰৰ বাবে ( পুত্র পৰিবাৰৰ ৰোগ মুক্তি বা মোকর্দমাৰ জয় ইত্যাদি ) বিপদকাণ্ডাৰী হৰিৰ শৰণ লয়। জিজ্ঞাসু উপাসকে ভগবানক জানিবৰ কাৰণে ( ইয়াত কোনো সত্য আছেনে নাই এই ভাবত ) উপাসনা কৰে। আৰু অর্থার্থী উপাসকে কোনো এটি বিশেষ প্রয়োজন সিদ্ধিৰ বাবেহে ভগবন্তৰ ভজনা কৰে। এই সকলোবোৰ উপাসনা যে কামনামূলক, গতিকে সকাম, তাক কোৱাৰ প্রয়োজন নাই। সকাম উপাসনাৰ দৃষ্টান্ত অলপ তলত তুলি দিয়া হল :—

"ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষোজহি।
পত্নীং মনোৰমাং দেহি মনোবৃত্তানুসাৰিণীং ॥"

হে প্রভো! ৰূপ দিয়া, যশ দিয়া, জয় দিয়া, আৰু শত্রু নাশ কৰা। হে প্রভো, মনোবৃত্তিৰ অনুসৰণ কৰিবপৰা মনোৰমা পত্নী দান কৰা; ইত্যাদিয়ে সকাম উপাসনাৰ সংক্ষেপ লক্ষণ। জ্ঞানী ভক্তসকলে কর্ত্তব্য বোধে ভগবৎ

প্ৰীতিৰ অৰ্থে যি উপাসনা কৰে তাকে নিষ্কাম উপাসনা বোলে। উপাসনাত আন নেলাগে, উপাসকে মুক্তিৰো কামনা নকৰে। সেই দেখিয়ে মহাপুৰুষ মাধবদেৱে নাম ঘোষাত লিখিছে ;—

"মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো" ইত্যাদি।

সকাম-নিষ্কাম সকলো উপাসকৰ নিমিত্তে কৰ্মযোগ, জ্ঞানযোগ আৰু ভক্তি-যোগ এই তিনি ৰকম উপাসনাৰ বিধি নিৰূপিত আছে। এই তিনি বিষয় তিনি পথ—মাৰ্গত্ৰয় নামে অভিহিত। সকলো কৰ্ম ভগবানৰ চৰণত অৰ্পি নিষ্কামভাৱে সম্পাদন কৰি তাৰ দ্বাৰা ভগৱন্তৰ ভজনা কৰাৰ নাম কৰ্মযোগ বিধি। জ্ঞানৰ দ্বাৰা ভগৱন্তৰ স্বৰূপ উপলব্ধি কৰাৰ নাম জ্ঞানযোগ বিধি। আৰু ঐকান্তিক ভক্তিৰে ভগৱন্তক ভজাৰ নাম ভক্তিযোগ বিধি। কৰ্মযোগীৰ উদাহৰণ অৰ্জুন, জনক প্ৰভৃতি। জ্ঞানযোগীৰ উদাহৰণ স্বয়ং মহাদেব আৰু ভক্ত যোগীৰ উদাহৰণ নাৰদ, প্ৰহ্লাদ, শ্ৰীচৈতন্য প্ৰভৃতি। এই ভক্তিযোগ বিধিৰে ঈশ্বৰ উপাসনা কৰা শ্ৰেষ্ঠ আৰু সহজ। সেই দেখি মলমতি কলিৰ জীৱৰ পক্ষে শ্ৰীচৈতন্যদেব প্ৰভৃতি অবতাৰী পুৰুষসকলে ভক্তিযোগৰ ব্যৱস্থা কৰি গৈছে। ঈশ্বৰৰ প্ৰতি পৰম অনুৰাগৰ নামেই ভক্তি। পঞ্চ ৰাত্ৰ শাস্ত্ৰত ভক্তি লক্ষণ সূত্ৰত লিখা আছে ;—

"ঈশ্বৰে পৰানুৰক্তিঃ ভক্তিঃ।" ভক্তিৰো কৰ্ম আৰু জ্ঞান প্ৰথম সাধক। কৰ্ম আৰু জ্ঞান নহলে বিশুদ্ধা ভক্তি হব নোৱাৰে। আচল কথা সংসাৰত যত প্ৰকাৰ ধৰ্ম্ম আৰু যত প্ৰকাৰ উপাসনা আছে সেই আটায়ে কৰ্ম যোগ, জ্ঞান যোগ আৰু ভক্তিযোগৰ অন্তৰ্গত। এই তিনি পথৰ বাহিৰে উপাসনাৰ পথ নাই। ইয়াৰ ভিতৰত কৰ্ম আৰু জ্ঞানো গৈ শেষত ভক্তিৰূপে পৰিণতি লাভ কৰি সাধকক চৰম মোক্ষ পদ দান কৰে। ভক্তিও আৰু বৈধি এবং ৰাগানুগা ভেদে দুই বিধ। শাস্ত্ৰবিধিৰ বশীভূত হৈ যি ভক্তি কৰা হয় তাকে বৈধি ভক্তি বোলে। শাস্ত্ৰবিহিত নিয়ম প্ৰণালীৰ প্ৰতি বিশেষ চকু নিদিও

পৰম অনুৰাগ বশতঃ ঈশ্বৰৰ প্ৰতি প্ৰেম উপজিলে তাকে ৰাগানুগা ভক্তি বোলে।

উপাসনাৰ সকলো প্ৰণালীৰ ভিতৰতে দ্বি-জাতিৰ পক্ষে সন্ধ্যা উপাসনাই আটাইতকৈ শ্ৰেষ্ঠ। অকল সন্ধ্যা উপাসনাৰ ভিতৰতে সগুণ, নিৰ্গুণ, সকাম, নিষ্কাম ইত্যাদি সকলো ভাব আৰু কৰ্ম জ্ঞান ভক্তি সকলো বিষয় বৰ্ত্তমান আছে। শাস্ত্ৰত সন্ধ্যা শব্দৰ দুই ৰকম অৰ্থ পোৱা যায়। এক ৰকম হৈছে দিন আৰু ৰাতিৰ সন্ধি সময়ত উপাসনা কৰিব লাগে; সেই দেখি সন্ধ্যা বোলে। যথা;—

"উপাস্তে সন্ধিবেলায়া তস্মাৎ সন্ধ্যা প্ৰকৃত্তিতা।"

আৰু আন ৰকম অৰ্থ হৈছে সম্যক ধ্যানং সন্ধ্যা—সম্যকৰূপে ধ্যান কৰা অৰ্থাৎ নিখুঁতভাবে পৰমেশ্বৰক হৃদ্গত কৰিবলৈ চিন্তা কৰা। সন্ধ্যাৰ উপকাৰিতা মনুসংহিতাত এইদৰে লিখিত আছে—

"ঋষয়ো দীৰ্ঘ সন্ধ্যত্বাদীৰ্ঘমায়ু ৰবাপ্নুয়ুঃ॥
প্ৰজ্ঞাং যশশ্চ কীৰ্ত্তিঞ্চ ব্ৰহ্মবৰ্চসমেবচ"।

ঋষিসকলে দীৰ্ঘ কাল সন্ধ্যা বন্দন কৰা গতিকে দীৰ্ঘ আয়ু লাভ কৰে। তীক্ষ্ণবুদ্ধি, বল, কীৰ্ত্তি আৰু ব্ৰহ্মতেজও সন্ধ্যা-বন্দনাৰ পৰাইহে ঋষিবিলাকে পাইছে। এতিয়াও দেখা যায় নিয়মিত ৰূপে সন্ধ্যা-বন্দনাদি কৰা আচাৰনিষ্ঠ লোক সকলে দীৰ্ঘজীৱী।

সন্ধ্যা উপাসনাৰ প্ৰধান কথা হৈছে চাৰি বেদৰ সাৰভূত পৰম পৱিত্ৰ-ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষৰ সাধক গায়ত্ৰী মন্ত্ৰৰ দ্বাৰা উপাসকৰ অৱস্থাভেদে চৰাচৰ বিশ্বৰ সৃষ্টি-স্থিতি, পালনৰ গৰাকী পৰমেশ্বৰক সগুণ বা নিৰ্গুণভাৱে উপাসনা কৰা। ভগবানক উপাসনা কৰিবলৈ হলে প্ৰথমতে চিত্ত সমাহিত কৰি লব লাগে। চিত্ত

সমাহিত কৰি লব লাগিলে নিৰোগ শৰীৰ আৰু সবল মন নহলে নোৱাৰি। সেই দেখি সন্ধ্যাৰ প্ৰধান অঙ্গ গায়ত্ৰী মন্ত্ৰ জপৰ আগেয়ে পৰমেশ্বৰৰ প্ৰত্যক্ষ শক্তি জল, অগ্নি, সূৰ্য্য প্ৰভৃতিৰ ওচৰত বেদমন্ত্ৰেৰে পাপ মোচন, দীৰ্ঘজীৱন আৰু বল ও স্বাস্থ্যলাভৰ বাবে প্ৰাৰ্থনা কৰিব লাগে। এই প্ৰাৰ্থনাবিলাকৰে নাম প্ৰণায়াম, আচমন, অঘমৰ্ষণ, সূৰ্য্যোপস্থান ইত্যাদি। এই মন্ত্ৰবিলাকৰ অৰ্থ আৰু অনুস্থানবিলাকৰ প্ৰতি ভালদৰে চিন্তা কৰি চালেই এই কথাৰ সাৰবত্ত্বা সকলে হৃদয়ঙ্গম কৰিব পাৰিব। এইবোৰ প্ৰক্ৰিয়াৰ অশেষ গুণ শাস্ত্ৰত বৰ্ণিত আছে। অকল প্ৰাণায়ামৰ বলতে যে মানুহে দীৰ্ঘজীৱন লাভ কৰি আচৰিত কাৰ্য্য সাধন কৰিব পাৰে তাক আধুনিক বিংশ শতাব্দীৰ সংশয়বাদী লোকসকলেও স্বীকাৰ কৰিছে। কলিৰ ভীম ৰামমূৰ্ত্তিয়ে মটৰ গাড়ী টানি ধৰা, লোহাৰ শিকলি ছিঙ্গা, বুকৰ ওপৰত হাতী তুলি লোৱা, বুকৰ ওপৰত তুলি হাতুৰিৰে কোবাই শিল ভঙা কাৰ্য্য অনেকে দেখিছে। ৰামমূৰ্ত্তিক যিবিলাকে দেখা নাই সেইবিলাকৰ ভিতৰত অনেকেই তেওঁৰ শিষ্য, প্ৰশিষ্যসকলক দেখা পাইছে; তেওঁলোকে যে আচৰিত আচৰিত কামবোৰ কৰে তাৰ প্ৰধান কাৰণ প্ৰাণায়াম। প্ৰাণায়ামৰ বলতে সেইবিলাক কাম কৰিব পাৰি বুলি ৰামমূৰ্ত্তি প্ৰকাশ্য বক্তৃতাতে কৈ ফুৰিছে। এইদৰে আচমন, অঘমৰ্ষণ আদি ক্ৰিয়াৰো মন্ত্ৰশক্তিৰ বাহিৰেও অকল অনুস্থানটোৰে অশেষ ফল আছে। সেইবোৰ বিৱৰি কবৰ ঠাই ইয়াত নাই। গায়ত্ৰী মন্ত্ৰ বা সন্ধ্যাৰ আন মন্ত্ৰ নাইবা উপাসনাৰ অৰ্থে বিহিত বৈদিক, তান্ত্ৰিক আৰু পৌৰাণিক দীক্ষা মন্ত্ৰসকলৰ অৰ্থ ব্যাখ্যা কৰাও এই প্ৰবন্ধৰ উদ্দেশ্য নহয়। ইয়াৰ উদ্দেশ্য মাত্ৰ উপাসনা কাক বোলে আৰু তাৰ উদ্দেশ্য ই বা কি ইয়াক কোৱাহে। গতিকে বেদমন্ত্ৰৰ ব্যাখ্যা ৰূপ দুৰূহ কাৰ্য্যৰ পৰা ইয়াত বিৰত হোৱা গল।

সন্ধ্যা উপাসনাত উপাসনাৰ সকলো ভাব সকলো কথা আৰু সকলো বিধি নিহিত থকাৰ বাবেই স্মৰণাতীত কালৰপৰা আজিলৈ সকলোৱে সন্ধ্যাৰ মহিমা

কীর্ত্তন কৰিছে। দ্বি-জাতিৰ পক্ষে সন্ধ্যা পতিত কৰা পাপ। এই পাপৰ বাবে শাস্ত্রত প্রায়শ্চিত্তৰ বিধান আছে। সন্ধ্যা নজনা বা নকৰা বামুণ বামুণেই নহয়; তেওঁ জী থকা দিনত শূদ্র আৰু মৰিলে কুকুৰ হয় বুলি স্মৃতিশাস্ত্রত ভিয়ে ভিয়ে কোৱা আছে;—

"সন্ধ্যাত্রয়ং নবিজ্ঞাতা নচ সন্ধ্যা মুপসিতা।
স জীৱনেব শুদ্রঃ স্যান্মৃতঃশ্বাচৈব জায়তে॥"
ওঁ ভদ্রন্তুবতু। ওঁ ভদ্রন্তুবতু। ওঁ ভদ্রন্তুবতু।
জীবনেৰ শুদ্রঃস্যান্মৃতঃ শ্বাচৈব জায়তে॥



# ভাৰতবৰ্ষৰ প্ৰাচীন সভ্যতা।

অতি প্ৰাচীন কালৰ ভাৰতবৰ্ষৰ সীমা স্থিৰকৈ কোৱা বৰ টান; তথাপি এইটো কব পাৰি যে নানাপ্ৰকাৰ ৰাজনৈতিক কাৰণত অনেক কাল আগতে গান্ধাৰ ( আফগনিস্থান ) প্ৰভৃতি প্ৰদেশ ইয়াৰ অঙ্গৰ পৰা খহি পৰিছে। তথাপি এই দেশ অতি বিশাল। এতিয়াও এই দেশ দীঘে ১৯০০ মাইল আৰু পথালিয়ে ১৯০০ মাইল। লোকসংখ্যা বৰ্তমানত ৩৩ তেত্ৰিশ কোটি। ইয়াৰ উত্তৰে তুঙ্গ শৃঙ্গ হিমালয়, দক্ষিণে অনন্ত অতল জলধি, পূবে মান দেশৰ বিশাল অৰণ্যানী, পশ্চিমেও পশ্চিম জলধি বা আৰব সাগৰ।

এই বিশাল দেশৰ বিশাল বিৰাট প্ৰাচীন সভ্যতাৰ বিষয়ে ভাবিব লগা কৰ লগা ইমান আছে যে ভাব কোনটো নো কম কোনটোনো নকম ইয়াকে ভাবি দোধোৰ মোধোৰ লাগে। এই বিশাল দেশ বহু প্ৰদেশত বিভক্ত। প্ৰত্যেক প্ৰদেশৰে ভাষা, শাসন আৰু সভ্যতাৰ বেলেগ ঠাচ থাকিলেও এই দেশখন হিন্দুৰ দেশ আৰু হিন্দু সভ্যতাও গোটেই ভাৰতবৰ্ষতে মূলত একেই। গতিকে হিন্দু সভ্যতাৰ মূল স্বৰূপটো বুজিব পাৰিলেই ভাৰতবৰ্ষৰ প্ৰাচীন সভ্যতাৰ স্বৰূপ বুজিব পাৰি। সভ্যতা বুলিলে আমি বহুতো কথা একেলগে বুজিব লগা হয়, যেনে, ধৰ্ম, সমাজ, শিক্ষা, স্বাস্থ্য, ৰাজনীতি, অৰ্থনীতি, কলা বিদ্যা, ইত্যাদি। এইবিলাক বিষয়ত যি জাতি যিমানে পৈণত সেই জাতি সিমানে উন্নত বা সভ্য। শিষ্টাচাৰো সভ্যতাৰ এটি বিশেষ প্ৰধান অঙ্গ।

আধুনিক চাহাব ঐতিহাসিক আৰু তেওঁবিলাকৰ ভাৰতীয় শিষ্য, প্ৰশিষ্য সকলেও ভাৰতীয় আৰ্য্য জাতিটো মধ্য এচিয়াৰ কোনোবা সুদূৰ প্ৰদেশৰপৰা

কোনোবা সুদূৰ কালত জীৱিকাৰ অৰ্থে ফুৰি ফুৰি আহি ভাৰতবৰ্ষত বসতি স্থাপন কৰা বুলি কয়। কিন্তু যাৰ সম্বন্ধে এই কথা কোৱা হয় তেওঁলোকে নিজে হলে ইয়াক নকয় আৰু তেওঁলোকৰ নিজৰ শাস্ত্ৰ আদিতো এই কথাৰ প্ৰমাণ স্বৰূপে বিশেষ একো পোৱা নাযায়। ভাৰতীয় আৰ্য্য হিন্দুসকলৰ মতে অতি প্ৰাচীন অৰ্থাৎ প্ৰাক্ ঐতিহাসিক যুগৰপৰা তেওঁলোক ভাৰত-বৰ্ষৰে আদি অধিবাসী; আৰু তেওঁলোকৰ নিচিনা আন এটি জাতিও অনাদি কালৰেপৰা এই দেশতে আছিল। সেই জাতিটোক অনাৰ্য্য বা অসুৰ বুলি অভিহিত কৰিছিল। আৰ্য্য শব্দটোকে আধুনিক জাতিবাচক অৰ্থত সংস্কৃত সাহিত্যৰ ভিতৰত প্ৰয়োগ কৰা হোৱা নাই। শ্ৰেষ্ঠতাবাচক অৰ্থতহে আৰ্য্য শব্দটো প্ৰয়োগ হৈ আহিছে। সি যি হক এই দুই বেলেগ জাতিৰ দুই ৰকম সভ্যতা অতি প্ৰাচীন কালত ভাৰতবৰ্ষত প্ৰচলিত থকাৰ নিদৰ্শন প্ৰাচীন শাস্ত্ৰ গ্ৰন্থত পোৱা যায়। ৰামায়ণত লঙ্কা আৰু অযোধ্যাৰ বৰ্ণনাত এই দুই সভ্যতাৰ বেলেগ বেলেগ বৰ্ণনা আছে। লঙ্কাৰ সভ্যতা ভোগবিলাসপূৰ্ণ আৰু অযোধ্যাৰ সভ্যতা ত্যাগৰ আদৰ্শ। লঙ্কাৰ ৰাৱণে নিজৰ ডাঙৰ ভায়েক কুবেৰক মাৰি খেদি ৰাজ্য কাঢ়ি লৈছে আৰু অযোধ্যাৰ ৰামে নিজৰ প্ৰাপ্ত ৰাজ্য সতীয়া ভায়েক ভৰতক দি নিজে বনবাসী হৈছে। অযোধ্যা নগৰী বেদধ্বনী মুখৰীত; লঙ্কা নগৰী বিলাসীৰ বিলাস সঙ্গীত ঝঙ্কৃত। লঙ্কাৰ ৰাজভৱন নানা প্ৰকাৰ সুপেয় মদ্য নানা প্ৰকাৰ সুখাদ্য মাংস, পিষ্টক আৰু বিলাস সামগ্ৰীৰে পৰিপূৰ্ণ প্ৰমোদশালা। অযোধ্যাৰ ৰাজভৱন নানা যজ্ঞ-সম্ভাৰ-পূৰ্ণ হোম-ধূম-ধূপিত যজ্ঞশালা। এতিয়াও প্ৰাচীন শিল্প আদিৰ যি ভগ্নাৱশেষ হাবিয়ে বননিয়ে পোৱা যায় সেইবিলাকতো দুই ৰকম সভ্যতাৰ চিন পোৱা যায় বুলি কলা তত্ত্ববিদ পণ্ডিতসকলে স্থিৰ কৰিছে। কিন্তু অতি প্ৰাচীন কালত এই দুই ৰকম সভ্যতা প্ৰচলিত থাকিলেও ভাৰতবৰ্ষত সেই প্ৰাচীনকালতে এই দুয়ো জাতিৰ লোক বিবাহ আদি সামাজিক প্ৰথা আৰু ৰাজনৈতিক কাৰণত একেলগ হবলগা

হোৱাত এই দুই জাতিৰ বেলেগ বেলেগ সভ্যতাৰ সংমিশ্ৰণৰ পৰাই ভাৰতবৰ্ষৰ প্ৰাচীন সভ্যতা গঠিত হৈ উঠে। এই সভ্যতাৰ মূল সূত্ৰ ত্যাগ। ত্যাগক ভেটি কৰি লৈয়ে এই সভ্যতাৰ সকলো অঙ্গ বিকশিত হয়। এই সভ্যতাৰ মতে

"নজাতু কামঃ কামনামুপভোগেন শাম্যতি।
হবিষা কৃষ্ণবৰ্ত্মেৰ ভূয় এবাভিবৰ্দ্ধতে॥"

উপভোগৰ দ্বাৰা কামনাসকল পূৰ্ণ নহয়; বৰং জুইত ঘৃতাহুতি দিলে যেনেকৈ জুইৰ শক্তি বাঢ়ি যায়, সেইদৰে উপভোগৰ দ্বাৰা কামনাসকল বৃদ্ধিহে হয়। এই সাধনাৰ মূল নীতিৰ ওপৰত ভাৰতীয় প্ৰাচীন সভ্যতা প্ৰতিষ্ঠিত থকাত সাধাৰণ ভোগমূলক স্বাৰ্থৰ বাবে ভায়ে ভায়ে মাৰামাৰি, মানুহে মানুহে কাটাকাটি বা ধনী নিৰ্ধনীৰ বাদ-বিসম্বাদ ৰূপ সমস্যাৰ জঞ্জাল বেছি নাছিল। মাজে সময়ে ৰজাই ৰজাই যুদ্ধ বিগ্ৰহ হলেও বিজিত ৰাজাক বিজেতা ৰাজাই ভোগৰ কামধেনু পাতি দোহন কৰা নাছিল। ৰাজনৈতিক উদ্দেশ্য সাধান হোৱা মাত্ৰেই অতি মহত্বৰে সৈতে যাৰ ৰাজ্য তাকে ফিৰাই দি গুচি গৈছিল। আজি-কালিৰ নিচিনা ছলে বলে কোনো মতে একবাৰ প্ৰবেশ কৰি স্থায়ী আস্থানা গঢ়ি নলৈছিল। দিগ্বিজয় বা ৰাজসূয় যজ্ঞ প্ৰভৃতি উপলক্ষে প্ৰাচীন ক্ষত্ৰবীৰসকলে বিজিত ৰজা আৰু ৰাজ্যৰ প্ৰতি যি মহত আৰু উদাৰ ব্যৱহাৰ কৰিছিল সি অতি উচ্চাঙ্গৰ আছিল।

ভাৰতবৰ্ষৰ সৰ্ব প্ৰাচীন গ্ৰন্থ বেদ। বেদৰ নিচিনা পুৰণি গ্ৰন্থ পৃথিবীৰ আন কোনো জাতিৰ ভিতৰতে নাই। সেই সুপ্ৰাচীন গ্ৰন্থৰ ভিতৰতো সভ্যতাৰ যিবোৰ নিদৰ্শন আছে যিবোৰ ৰীতি-নীতিৰ কথা, যিবোৰ কাপোৰ কানিৰ উল্লেখ আৰু যিবোৰ খাদ্য দ্ৰব্যাদিৰ কথা পোৱা যায়, সেইবোৰ আধুনিক উন্নত

সভ্যতাৰ লগতো সমানে ৰিজাব পাৰি। ভাৰতীয় আৰ্য্যসকলে যেতিয়া কাপোৰৰ গছ আবিষ্কাৰ কৰিছিল অৰ্থাৎ কপাহৰ পৰা মিহি সূতা কাটি সূক্ষ্ম আৰু সুন্দৰ কাপোৰ বুই লৈছিল, তেতিয়া আধুনিক সভ্যতাভিমানী অনেক জাতিৰ পূৰ্ব্ব পুৰুষ হাবিৰ মাজত, গছৰ খোৰোঙত বাস কৰিছিল। যি সময়ত ভাৰতবৰ্ষত উপনিষদৰ উচ্চ জ্ঞান প্ৰচাৰিত হৈছিল, সেই সময়ত পৃথিবীৰ অধিকাংশ দেশ অজ্ঞান-অন্ধকাৰত নিমগ্ন আছিল। ভাৰতীয় দৰ্শন শাস্ত্ৰৰ সূক্ষ্ম আৰু বিশুদ্ধ চিন্তা প্ৰণালীৰ কথা আলোচনা কৰি আধুনিক ইউৰোপীয় দাৰ্শনিকসকলেও বিস্ময় প্ৰকাশ কৰে।

বুদ্ধদেৱৰ জন্মৰো বহুকাল আগৰপৰা ভাৰতবৰ্ষত ৬৪ কলাবিদ্যাৰ অনুশীলন হয়! বিষ্ণুধৰ্মোত্তৰ প্ৰভৃতি গ্ৰন্থত চিত্ৰাঙ্কন, মূৰ্তি গঠন প্ৰভৃতিৰ বিষয়ে যিবোৰ সূক্ষ্ম সূক্ষ্ম কথা আছে যিবোৰ মাপ জোখৰ প্ৰণালী নিৰ্দিষ্ট হৈছে সেইবোৰ কথাৰ প্ৰয়োজন আজি বিংশ শতাব্দীতো পূৰ্ণৰূপে আছে। ভাৰতীয় স্থাপত্যও অতুলনীয় আছিল। ভাৰতীয় আৰ্য্যসকলে সেই সুপ্ৰাচীন কালতে যিবোৰ ঔষধ আবিষ্কাৰ কৰি গৈছে তাৰ দ্বাৰা আজিও শত শত ৰোগী ৰোগমুক্ত হৈছে। মকৰধ্বজ প্ৰভৃতি দৰব এতিয়া পৃথিবীব্যাপী। ভাৰতীয় আয়ুৰ্বেদ শাস্ত্ৰত ত্ৰিদোষৰ আবিষ্কাৰ বিস্ময়জনক। কেৱলমাত্ৰ তিনিটা কাৰণৰ ওপৰতে নিৰ্ভৰ কৰি যাবতীয় ৰোগ চিকিৎসাৰ আচৰিত কৌশল জগতত আন কোনেও আয়ত্ব কৰিব পৰা নাই। সুশ্ৰুত সংহিতাত কটাছিঙা অৰ্থাৎ সাৰ্জাৰি সম্বন্ধে যিবোৰ উপদেশ আৰু যিবোৰ অস্ত্ৰ-শস্ত্ৰৰ বৰ্ণনা আছে আধুনিক ডাক্তৰ বিলাকেও তাৰ প্ৰশংসা কৰে।

কৃষি-বাণিজ্য আদি বিষয়তো ভাৰতীয় সভ্যতাই উচ্চ স্থান অধিকাৰ কৰিছিল। কৃষি পৰাশৰ গ্ৰন্থত যিবোৰ কৃষি-যন্ত্ৰৰ বৰ্ণনা আৰু কৃষি সম্বন্ধে যিবোৰ উপদেশ আছে সেইবোৰ আধুনিক যুগতো সম্পূৰ্ণ উপযোগী।

বৰ্ত্তা কুশল বণিকবিলাকে এনে এটি সীমা ৰেখা মানি চলিছিল যে তাত

ক্ৰেতা-বিক্ৰেতা কাৰো অনিষ্ট হবৰ আশঙ্কা নাছিল। সকলো দেশতে বস্তুৰ দামৰ ওপৰত শতকৰা হিচাপে লাভৰ পৰিমাণ নিৰ্দিষ্ট আছিল। প্ৰজাবিলাকে আৱশ্যক অনুসৰি কম সুতত টকা ধাৰ পোৱাৰ বন্দবস্ত আছিল। যাক আজি কালিৰ কো অপাৰেটীভ চোচাইটীৰ লগত ৰিজাব পাৰি। যুদ্ধ বিগ্ৰহৰ সময়তো কৃষক বা বণিকৰ কোনো অনিষ্ট নহৈছিল। ৰজাই ৰজাই যুদ্ধ হৈছে পৰস্পৰৰ সৈন্যৰ ভিতৰত ঘোৰ যুদ্ধ চলিছে, কাষতে হালোৱাই নিজৰ গৰু হালেৰে মাটি চহাই আছে এনে দৃশ্য বিৰল নাছিল। সীমান্তাধিকাৰীৰ মনত বণিক্ বুলি প্ৰত্যয় জন্মাব পাৰিলে পৰস্পৰ বিবাদমান ৰাজ্যৰ ভিতৰেদিও বণিক্‌বিলাকে নিজ নিজ পণ্যলৈ নিৰাপদে যাতায়ত কৰিব পাৰিছিল।

ৰাজনীতি বিষয়তো ভাৰতীয় আৰ্য্যসকল অতি উচ্চস্থানৰ অধিকাৰী আছিল। মহাভাৰত, ৰামায়ণ প্ৰভৃতি গ্ৰন্থত ৰাজনীতি বিষয়ৰ যিবোৰ কথা আছে আজি কালিৰো ৰাজনীতি আৰু ধন বিজ্ঞানৰ সেইবিলাকেই মূল কথা। আধুনিক ধন বিজ্ঞানবিদ পণ্ডিতসকলেও ইয়াক স্বীকাৰ কৰে। কোষৰক্ষা, মন্ত্ৰগুপ্তি, শাসন ব্যৱস্থা, বৈদেশিক ব্যৱহাৰ, দণ্ডনীতি, ব্যৱহাৰ নিৰ্ণয় আদিৰ বিষয়ে যিবোৰ কথা আছে সেইবোৰ অতি চমৎকাৰ।

যুদ্ধ-বিদ্যাতো ভাৰতৰ প্ৰাচীন জ্ঞান অতি উচ্চাঙ্গৰ আছিল। সৈন্য সংস্থাপন, সৈন্য ৰক্ষা, ব্যূহ-নিৰ্মাণ, সেনাপতি-নিৰ্বাচন দুৰ্গ-নিৰ্মাণ আৰু অস্ত্ৰ ভাণ্ডাৰ আদিৰ বিষয়ে যিবোৰ উপদেশ লিপিবদ্ধ আছে সকলো সভ্যজাতিয়ে আজিও সেই মতেহে চলে। কালৰ গতিত অৱশ্যে কিছু কিছু পৰিবৰ্তন ঘটিছে। যুদ্ধৰ নীতিও উত্তম আছিল। পলৰীয়া শত্ৰুক আক্ৰমণ কৰা নহৈছিল। সমানে সমানে সম্মুখ যুদ্ধ আছিল। অস্ত্ৰহীন অৱস্থাত অতৰ্কিতে শত্ৰুক আক্ৰমণ ক্ষত্ৰনীতিৰ বিৰুদ্ধ আছিল। যুদ্ধক্ষেত্ৰতো ক্ষত্ৰিয় বীৰসকলে দয়া-দাক্ষিণ্যাদি কোমল বৃত্তিৰ অনুশীলন কৰিছিল। পৰাজিত শত্ৰুক সন্মান কৰা আৰু সদয় ব্যৱহাৰ কৰা ক্ষত্ৰধৰ্মৰ অঙ্গ বুলি বিবেচিত হৈছিল। আধুনিক

যুগৰ বৈজ্ঞানিক অস্ত্ৰ-শস্ত্ৰৰ ব্যৱহাৰো ক্ষত্ৰিয়সকলৰ অপৰিজ্ঞাত নাছিল। শতঘ্নী, অগ্নিবাণ, সম্মোহনবাণ আদিয়ে তাৰ পৰিচায়ক। শুক্ৰনীতি-শাস্ত্ৰত বন্দুক বাৰুদ প্ৰভৃতি নিৰ্মাণৰ বিষয়ে উপদেশ দিয়া আছে। ধৰ্ম বিষয়ত তো কব লগীয়াই নাই। পৃথিবীত যত ধৰ্ম সম্প্ৰদায় আছে কোনেও প্ৰাচীন ভাৰতীয় আৰ্য্য সকলৰ নিচিনা উদাৰ, উন্নত আৰু মহান ধৰ্ম জ্ঞানৰ পৰিচয় আজিও দিব পৰা নাই। গীতাৰ নীচিনা ধৰ্মশাস্ত্ৰ পৃথিবীৰ কোনো জাতিৰ মাজত বা কোনো ভাষাতে প্ৰচলিত নাই। ধৰ্ম জগতত পৰমত সহিষ্ণুতা বৰ ডাঙ্গৰ গুণ। এই গুণ অকল ভাৰতীয় আৰ্য্য সকলেহে লাভ কৰিব পাৰিছিল। গীতাত আছে :—

"যে যথাং মাং প্ৰপদ্যন্তে তাং তথৈব ভজাম্যহং।
মম বৰ্ত্মানুবৰ্ত্তন্তে মনুষ্যাঃ পাৰ্থ সৰ্ব্বশঃ॥"

যোনে মোক যি ভাবে যি নামে ভজনা কৰে ময়ো তাক সেই ভাবেই ফল দান কৰোঁ। মনুষ্যসকল সৰ্বভাবে মোৰ পথতে বিচৰণ কৰে। এই কথা ভগবান শ্ৰীকৃষ্ণই নিজে কৈছে। আকৌ মহাভাৰততে আছে ;—

"আকাশাৎ পতিতং তোয়ং যথা পচ্ছতি সাগৰম্।
সৰ্ব্বদেব নমস্কাৰঃ কেশবং প্ৰতিগচ্ছতি॥"

আকাশৰ পৰা পৰাপানী যিদৰে সাগৰলৈ যায় সেইদৰে যি কোনো ভাবে যি কোনো দেবতাক নমস্কাৰ কৰিলেও সেই নমস্কাৰ ভগবন্ত পৰমেশ্বৰৰ সমীপ পায়গৈ। এই মহান উদাৰ ভাব অতি উন্নত সভ্যতাৰ লক্ষণ। বৌদ্ধ ধৰ্মৰ নিচিনা সাৰ্বভৌম উদাৰ আৰু বিশ্বমৈত্ৰী ভাব প্ৰকাশক মহাধৰ্মও ভাৰতীয় সভ্যতাৰেই ফল। বৌদ্ধ ধৰ্মৰ উদাৰ মহান ভাবৰ পৰিণতি স্বৰূপেই ইউৰোপত যীশুখৃষ্টৰ খৃষ্ট ধৰ্মৰ প্ৰচাৰ বুলি অনেক আধুনিক পণ্ডিতৰ মত।

বাটৰুৱা মানুহৰ সুবিধাৰ অৰ্থে বাটে বাটে পান্থশালা নিৰ্মাণ, তৃষ্ণাতুৰ পথিকৰ

বাবে সুপেয় পানীৰ ব্যৱস্থা, মনুষ্য আৰু পশুবিলাকৰ নিমিত্তে বেলেগ বেলেগ আৰোগ্যশালা (আস্পাতাল) স্থাপন হিন্দু সভ্যতাৰ এটী প্ৰধান অঙ্গ আছিল। শিক্ষাৰ ব্যৱস্থাও অতি উত্তম আছিল। শিক্ষাৰ ভাৰ বিশেষৰূপে ব্ৰাহ্মণসকলৰ ওপৰত আছিল। ব্ৰাহ্মণবিলাকে উপদেশ আৰু নিজৰ সজ আচৰণ সজ দৃষ্টান্তৰে লোক-সমাজত শিক্ষা বিস্তাৰ কৰিছিল। একো একো জন কুলপতিৰ অধীনত হাজাৰ হাজাৰ ছাত্ৰ থাকি বিনাব্যয়ে লিখা পঢ়া শিকিছিল। একো একোখন আশ্ৰম একো একোখন বিশ্ববিদ্যালয় আছিল। দ্বিজ জাতি মাত্ৰকে শিক্ষা বাধ্যতা মূলক আছিল। প্ৰত্যেক ব্ৰাহ্মণ সন্তানেই আঠ বছৰ বয়সত উপনয়ন সংস্কাৰ লাভ কৰি ২৪ বছৰ বয়সলৈ গুৰুকুলত বাস কৰি বিদ্যাশিক্ষা কৰিব লাগিছিল। সেইদৰে ক্ষত্ৰিয় আৰু বৈশ্যবিলাকেও উপনীত হৈ গুৰুকুলত বাস কৰি বিদ্যা অভ্যাস কৰিব লাগিছিল। উপনয়ন সংস্কাৰৰ উদ্দেশ্যই আছিল শিশুক গুৰুৰ ওচৰলৈ নিয়া। দ্বিজ বণিক বুলিলে যে অকল জাতিত বৈশ্য সকলকহে বুজায় এনে নহয়। বণিক শব্দে কৃষি ব্যৱসায়ী হালুৱে গৰু-গহৰ ব্যৱসায় কৰা গোৱাল প্ৰভৃতিকো বুজাইছিল। আৰু তেওঁলোকৰ সতিসন্ততিবিলাকেও উপনয়নৰ পিছত গুৰুকুলত বাস কৰি বেদ পঢ়িব লাগিছিল। আৰু বামুণৰ লৰাৰ নিচিনা পঢ়া শুনাৰ শেষত বিয়া বাৰু কৰাই গৃহাশ্ৰমত প্ৰবেশ কৰি প্ৰতিদিনে তেওঁ লোকেও স্বাধ্যায় পাঠ কৰিব লাগিছিল।

বামুণসকল আছিল দৰিদ্ৰ। কিন্তু ৰজা প্ৰজা-সকলোৰে বিশেষ সন্মানিত এটা বেলেগ পণ্ডিত সম্প্ৰদায় বুলি তেওঁলোক পৰিগণিত আছিল। তেওঁলোকৰ আচল কাম আছিল নানা প্ৰকাৰে দেশ আৰু লোকৰ সেৱা কৰা। সেই কাৰণেই এনেকুৱা বাধ্যতামূলক শিক্ষা বিনা টকাই চলিব পাৰিছিল। ব্ৰাহ্মণসকলেই এই শিক্ষাৰ প্ৰবৰ্তক পৰিচালক আৰু ৰক্ষাকৰ্তা আছিল। আজিও ব্ৰাহ্মণ পণ্ডিতসকলে ছাত্ৰক অন্ন দি প্ৰতিপালন কৰি বিদ্যাশিক্ষা দিয়া প্ৰথাৰ মূল সেই স্মৰণাতীত সকলৰ ভাৰতীয় সংস্কৃতি।

হিন্দুসভ্যতাৰ আৰু এটী আচৰিত এবং চমৎকাৰ ব্যৱস্থা বৰ্ণাশ্ৰম বিভাগ। সমাজত সকলো লোকৰে সমান প্ৰয়োজন। কোনো নহলে কোনো চলিব নোৱাৰে। ৰজা আৰু ৰাজমন্ত্ৰী সমাজৰ পক্ষে যেনে দৰ্কাৰী সাধাৰণ কুলি মজুৰো তেনে উপকাৰী। কোনো এটা সম্প্ৰদায় নাথাকিলেও সমাজ শৃঙ্খলাৰে সৈতে চলি থাকিব নোৱাৰে। কিন্তু ৰাজা বা ৰাজমন্ত্ৰী হবলৈ মানুহে যি দৰে বিচাৰে কুলি মজুৰ বা মেথৰ মুদ্দাফৰাচ হবলৈ সেইদৰে কোনেও ইচ্ছা নকৰে। এইবোৰ হীনবৃত্তি মানুহে নিৰুপায় হৈ হে অৱলম্বন কৰে। বৰ্ত্তমান কাঞ্চন কৌলিন্যৰ এই সমস্যা কাঞ্চনৰ বিনিময়ত সমাধান কৰিবৰ চেষ্টা হৈছে। ধনৰ অভাৱত থোৱা লোৱাৰ কষ্টত দুখীয়া মানুহে এইবোৰ কাম কৰিলেও এইবোৰ কাম হীন বুলি সদায় তেওঁলোকৰ মনত ধাৰণা থাকে আৰু ধনৰ অভাৱত নিজে হীন হৈ থাকিব বাধ্য হোৱাত ধনী সমাজৰ প্ৰতি এইবোৰ বৃত্তিয়াল মানুহৰ মনে মনে এটা বিদ্বেষ ভাবো থাকে। তাৰ ফলত এইবোৰ মানুহে অলপ আৰ্থিক উন্নতি কৰিব পাৰিলেই সমাজত বিদ্ৰোহ আচৰণ কৰে; ধনীৰ আৰু শ্ৰমিকৰ মনোমালিন্য ঘটায়। ফলত ধৰ্মঘট, হৰতাল আদিৰ আবিৰ্ভাবহে দেশত শান্তি নোহোৱা হয়, আলাই অথন্তৰৰ সীমা নোহোৱাত পৰে।

ভাৰতীয় আৰ্য্যসকলে বহু পূৰ্বে এই কথা বুজিব পাৰি শিক্ষা আৰু ধৰ্মৰ ভিতৰেদি এই সমস্যা সমাধান কৰিছিল। ভাৰতীয় আৰ্য্যবিলাকে সমাজ ৰক্ষাৰ বাবে কোনো কামকে হীন বুলি নাভাবিছিল। সেই দেখি বেলেগ বেলেগ কৰ্মৰ বাবে বেলেগ বেলেগ বৰ্ণৰ সৃষ্টি কৰি শিক্ষাৰ দ্বাৰাই সেই সেই কাৰ্য্যই যে সেই সেই বৰ্ণৰ ধৰ্ম কাৰ্য্য আৰু তাৰ দ্বাৰাই তেওঁলোকে জীবিকা নিৰ্বাহ কৰিব লাগে এই ধাৰণা স্থায়ী কৰিছিল। তাৰ ফলত সমাজ ব্যৱস্থা স্থিৰ আছিল। সমাজত কোনো বিশৃঙ্খলতা বা বিদ্ৰোহ নাছিল। সকলোৰে সুখে শান্তিৰে বাস কৰিছিল। কাকো কোনোও ডাঙৰ সৰু

বুলি নাভাবিছিল। সকলোৱে আপদ-বিপদত সকলোৱে সৰ্বতোভাবে সহায় কৰিছিল। জাতি বিদ্বেষ, ধৰ্ম বিদ্বেষ এইবোৰ প্ৰাচীন ভাৰতত নজনা কথা আছিল। ভাৰতীয় আৰ্য্যসকলৰ মতে সকলো কাৰ্য্যই আছিল ধৰ্ম। এইয়ে ভাৰতীয় সভ্যতাৰ বৈশিষ্ট। ভাৰতীয় আৰ্য্যসকলে ধনবল আৰু শাৰীৰিক বলক বল বুলি নাভাবিছিল। তেওঁলোকে সকলো প্ৰশ্ন শিক্ষা, ত্যাগ, ধৰ্ম আৰু জ্ঞানৰ ভিতৰেদি সমাধান কৰিছিল যাৰ ফলত আজিলৈও কত ৰাজ-বিপ্লব, কত বৈদেশিক জাতিৰ সংঘৰ্ষ, কত ধৰ্ম আৰু সমাজ বিপ্লব হৈ যোৱাৰ পিছতো হিন্দু সভ্যতাৰ বৈশিষ্ট আৰু অস্তিত্ব সম্পূৰ্ণ লোপ হোৱা নাই।

ওঁ ব্ৰহ্মাৰ্পণমস্তু।



# প্ৰাচীন কামৰূপ ৰাজ্য।

অতি পূৰ্বকালত কামৰূপ ৰাজ্যৰ নাম ধৰ্মাৰণ্য আছিল। সেই সময়ৰ কোনো ভাল বিবৰণ পোৱা নাযায়। তাৰ পিচত এই দেশত দানবসকলে ৰাজত্ব কৰে। দানববংশীয় ৰাজা মহীৰঙ্গ দানবক মাৰি নৰকাসুৰ কামৰূপ ৰাজ্যৰ ৰজা হয়। নৰকাসুৰৰ সময়ৰপৰা কামৰূপ ৰাজ্য প্ৰখ্যাতহৈ উঠে। তেতিয়াৰপৰা ইয়াৰ ঐতিহাসিক বিবৰণো আছে।

নৰকাসুৰ ভগবান বিষ্ণুৰ ঔৰসে পৃথিবীৰ গৰ্ভজাত বুলি প্ৰসিদ্ধ আছে। মিথিলাদেশৰ ৰাজা জনকৰ ওচৰত নৰকাসুৰে সকলো শিক্ষা দীক্ষা লাভ কৰিছিল। আৰু শিক্ষাদাতা জনকৰ উপদেশ অনুসৰিয়ে যোল বছৰ বয়সতে এই ৰাজ্য জয় কৰি লয়। নৰক জাতিত অসুৰ হলেও মহাৰাজ জনকৰ ওচৰত শিক্ষা লাভ কৰি তেওঁৰ প্ৰভাৱত আৰ্য্যভাবাপন্ন হয়। এই ৰাজ্য জয় কৰিয়ে নৰকাসুৰে প্ৰাগ্‌জ্যোতিষপুৰ (গুৱাহাটী) নগৰত নিজৰ ৰাজধানী পাতে এবং দুৰ্গ প্ৰাকাৰ আদিৰে এই নগৰ সুৰক্ষিত কৰে। প্ৰাগ্‌জ্যোতিষপুৰ নগৰৰ কথা ৰামায়ণত উল্লেখ আছে। নৰকৰ সময়তে এই দেশত পুনঃ আৰ্য্যবসতি বিস্তৃত হয়। নৰকৰ সময়ত এই দেশৰ লোকসকল হীনাচাৰী হোৱা গতিকে মহাৰাজ নৰকে বহুতো ব্ৰাহ্মণ আদি উচ্চবৰ্ণৰ লোক আদি নিজ ৰাজ্যত পাতিছিল। নৰকৰ সময়ত এই ৰাজ্য বৰ উন্নত আছিল। প্ৰাগজ্যোতিষপুৰ নগৰ ভাৰতবৰ্ষৰ ভিতৰত দুৰ্জয় আছিল। দেৱৰাজ ইন্দ্ৰৰ প্ৰাৰ্থনা মতে শ্ৰীকৃষ্ণই এই নগৰ জয় কৰে; আৰু মহাপৰাক্ৰমী নৰকক বধ কৰি তেওঁৰ পুতেক ভগদত্তক এই ৰাজ্যৰ ৰাজসিংহাসনত অভিষেক কৰে।

ভগদত্তৰ সময়তো এই দেশ কামৰূপ নামে প্ৰখ্যাত হোৱা নাছিল। ৰাজধানী প্ৰাগজ্যোতিষপুৰৰ নামেই ৰাজ্যৰ নামো জনাজাত আছিল। ভগদত্তৰ সময়ত এই দেশৰ বিস্তৃতি ভাৰতবৰ্ষৰ বাহিৰেও মহাচীনলৈ আছিল। ভগদত্তই চীন, কিৰাত প্ৰভৃতি জাতিৰ সৈন্য আৰু কামৰূপৰ প্ৰসিদ্ধ গজ চমূ লৈ ভাৰতৰ সেই লোকবিধ্বংশী কুৰুক্ষেত্ৰৰ সমৰত দুৰ্য্যোধনৰ পক্ষত যোগ দিছিল। মহাভাৰতত ভগদত্তৰ প্ৰতাপৰ কথা বৰ্ণিত আছে। মহামানী ক্ষত্ৰিয় কুলৰ্ষভ ৰাজ দুৰ্য্যোধনে ভগদত্তৰ জীয়েক ভানুমতীক বিয়া কৰাইছিল। এদিন কামৰূপ ৰাজ্যৰ জীয়াৰী ভানুমতী ভাৰত সাম্ৰাজ্যৰ সাম্ৰাজ্ঞী আছিল।

ভগদত্তৰ পুতেক বজ্ৰদত্ত। এওঁও অশ্বমেধ যজ্ঞৰ ঘোৰা-ৰখীয়া মহাবীৰ অৰ্জুনৰ লগত পিতৃহত্যাৰ প্ৰতিশোধ লবলৈ বুলি যুদ্ধ কৰিছিল। তাৰ পিচৰপৰা আৰু কিছু দিনলৈ কামৰূপ ৰাজ্যৰ ইতিহাস অন্ধকাৰৰ অতল গৰ্ভত।

ভগদত্তৰ পিছত এই দেশৰ নাম কামৰূপ হয়। কামৰূপ নামৰ উৎপত্তি সম্বন্ধে হৰিবংশত এইদৰে লিখা আছে। মহাদেবৰ তপস্যা ভঙ্গ কৰিবলৈ গৈ হৰ-কোপানলত কামদেব ভস্মীভূত হয়। সেই ভস্মীভূত কামদেবে এই দেশতে পুনঃ ৰূপ প্ৰাপ্ত হোৱাৰ গতিকে এই দেশৰ নাম কামৰূপ হয়। কামৰূপ অতি বিশাল ৰাজ্য আছিল। ইয়াৰ সীমা পূবে দিক্কৰ বাসিনী, পশ্চিমে সদানীৰা কৰতোয়া, উত্তৰে নেপালৰ কাঞ্চনাদি অৰ্থাৎ হিমালয়ৰ কাঞ্চনজঙ্ঘা শৃঙ্গ, দক্ষিণে লাক্ষা আৰু ব্ৰহ্মপুত্ৰৰ সঙ্গম-স্থান। এই সীমাৰ ভিতৰত আজি কালিৰ সমগ্ৰ আসাম প্ৰদেশ আৰু উত্তৰ-পূৰ্ব বঙ্গৰো অধিকাংশ ঠাই পৰিছিল. ৰাজনৈতিক কাৰণত এই দেশৰ সীমা কোনো কোনো সময়ত বাঢ়িগৈ দক্ষিণে চট্টগ্ৰামৰ চন্দ্ৰশেখৰ পৰ্বতলৈও বিস্তৃত হোৱাৰ কথা কোনো কোনো পুথিত আছে। এই দেশৰ ধৰ্ম-ব্যৱস্থা, সমাজনীতি, শাসন প্ৰণালী আৰু প্ৰজাসকলৰ শৌৰ্য্য-বীৰ্য্য অতি উন্নত আছিল। এই দেশৰ

ৰাজা কুমাৰ ভাস্কৰবৰ্মাই সম্ৰাট হৰ্ষবৰ্দ্ধনৰ ৰাজসভাত নিমন্ত্ৰণ পাইছিল। এই কথা হৰ্ষচৰিত নামে সংস্কৃত গদ্য সাহিত্যৰ পুথি এথনত লিখা আছে। এই কামৰূপৰে এগৰাকী কুঁৱৰীক কাশ্মীৰৰ ৰজাই বিয়া কৰাই যৌতুকত বৰুণ ছত্ৰ লাভ কৰি নিজক ধন্য জ্ঞান কৰিছিল। এই কথা ৰাজতৰঙ্গিণী নামৰ সংস্কৃত ভাষাত লিখা কাশ্মীৰৰ ইতিহাসত লিখা আছে। কুমাৰ ভাস্কৰ-বৰ্মাৰ আগৰপৰা এই দেশত বৈষ্ণব ধৰ্ম প্ৰচলিত থাকিলেও জন সাধাৰণৰ মাজত বৌদ্ধ ধৰ্মই প্ৰবল আছিল। এতিয়াও আসামৰ বাপুচাং আৰু বৌদ্ধ বিহাৰৰ অনুকৰণত হোৱা আসামৰ বৈষ্ণব সত্ৰ বিলাকেই এই কথাৰ প্ৰমাণ দিয়ে। কোনো কোনো পণ্ডিতৰ মতে বৌদ্ধদেৱৰ পৰিনিৰ্ব্বাণ-প্ৰাপ্ত বৈশালী নগৰো এই দেশতে থকা বুলি কয়। এজন পৰিচিত ভদ্ৰ লোকৰ মুখৰপৰা শুনিছোঁ এতিয়াও বোলে মানদেশৰ মানুহে এই দেশক বৈশালী বোলে। বৰ্তমান তেজপুৰৰ উত্তৰে ভালুক পুং বুলি এডোখৰ ঠাইত এখন প্ৰকাণ্ড নগৰৰ ভগ্নাৱশেষ পৰি থকাৰ আভাস পোৱা যায়। তাত খননকাৰ্য্য চলালে অনেক ঐতিহাসিক কথাৰ সম্ভেদ পোৱা যায় বুলি পণ্ডিত লোকে অনুমান কৰে।

মহাকবি কালিদাসে তেওঁৰ ৰঘুবংশ কাব্যত ৰঘুৰাজাৰ দিগ্বিজয় প্ৰসঙ্গত বৰ গৌৰৱেৰে সৈতে কামৰূপ ৰাজ্যৰ উল্লেখ কৰিছে। হিয়েনচাং বুলি এজন চিন দেশৰ পৰিব্ৰাজকে বহুকাল আগতে এই দেশৰ যি বিৱৰণ লিখি থৈ গৈছে সি অতিশয় চিত্তাকৰ্ষক আৰু যেই সেই দেশৰ পক্ষেই গৌৰৱজনক। যোগিনী-তন্ত্ৰ আৰু কালিকা পুৰাণত এই দেশৰ বিৱৰণ ভালদৰে লিখা আছে। পুৰাণ-তন্ত্ৰ প্ৰভৃতি গ্ৰন্থত কামৰূপ দেশৰ নিচিনা আন কোনো দেশৰ ইমান পুঙ্খানুপুঙ্খ বিৱৰণৰ লিখা নাই। এইবোৰ বিৱৰণৰ পৰাই কামৰূপ ৰাজ্যৰ প্ৰাচীন ইতিহাস জানিব পাৰি। কিন্তু দুখৰ বিষয় এইবোৰ এতিয়াও ভালদৰে সংগৃহীত আৰু আলোচিত হোৱা নাই। কোনোবা উপযুক্ত লোকে এইবোৰ একে ঠাইতে সংগ্ৰহ

কৰি প্ৰকাশ কৰিলে এটি ডাঙ্গৰ কাম কৰা হব। এইদেশত বহুতো পৱিত্ৰ তীৰ্থস্থান আছিল। সেইবিলাক চাবলৈ দেশ-দেশান্তৰৰপৰা যাত্ৰীলোক আহি এইদেশৰ আচাৰ, নীতি, জ্ঞান, বিদ্যা আৰু সভ্যতা দেখি এইদেশতে স্থায়ী বসতি কৰিছিল। এতিয়াৰ অনেক ভাল মানুহ সেইদৰে অহা বিশিষ্ট লোক সকলৰ বংশধৰ। ভাৰতবৰ্ষৰ বাহিৰৰ তিব্বত, চিন আদি দেশৰপৰাও এই দেশলৈ যাত্ৰীসকল তীৰ্থদৰ্শন আৰু জ্ঞান শিক্ষাৰ বাবে আহিছিল। এতিয়াও তিব্বতী আৰু ভূটীয়াসকলে এই প্ৰথা বজাই ৰাখিছে। তেওঁলোকে হাজোৰ হয়গ্ৰীব মাধব তেওঁলোকৰ তীৰ্থ মহামুনিৰ স্থান বুলিহে কয়। মহামায়া ভগবতী কামাখ্যাৰ সিদ্ধপিঠ এইদেশত থকাত দেশ-বিদেশৰ পৰা যোগী, তপস্বী সকলে আহি সিদ্ধিলাভৰ বাবে এইদেশতে তপশ্চৰণ কৰিছিল। মহামুনি বশিষ্ঠ, গোকৰ্ণ আৰু ভগবানৰ অবতাৰ মহামুনি কপিলৰ আশ্ৰম এইদেশতে আছিল। তীৰ্থৰাজ ব্ৰহ্মপুত্ৰ আৰু ভগবতী কপিলী গঙ্গাৰ পবিত্ৰ স্ৰোতে আজিও এইদেশ পৱিত্ৰ কৰি আছে।

কামৰূপ ৰাজ্য ভগবতী হৈমবতীৰ বিবাহত যৌতুক স্বৰূপে উছৰ্গা কৰা কথা জন-সমাজত প্ৰচলিত আছে। যোগিনী তন্ত্ৰত লিখা আছে ;—

"অন্যত্ৰ বিৰলা দেবী কামৰূপে গৃহে গৃহে।"

অন্যদেশত ভগবতীৰ আবিৰ্ভাব বিৰল ; কিন্তু কামৰূপত হলে ঘৰে ঘৰে দেবী ভগবতী অধিষ্ঠিতা আছে। এই ধাৰণাতে হক নাইবা প্ৰজা-সাধাৰণৰ মাজত উন্নত শিক্ষাৰ প্ৰচাৰ হোৱা কাৰণতে হওক এইদেশত নাৰীৰ সন্মান যথেষ্ট আছিল।

"যত্ৰ নাৰ্য্যস্তু পূজ্যন্তে ৰমন্তি তত্ৰ দেবতাঃ।" এই বচন ফাকিৰ সাৰ্থকতা কামৰূপত পূৰ্ণৰূপে আছিল। তিৰোতাবিলাকো ৰূপে গুণে, শীলে শিক্ষাই তাৰ সম্পূৰ্ণ উপযুক্তা আছিল।

নাথপন্থী সকলৰ প্ৰভাবো এইদেশত যথেষ্ট আছিল। গুৰু গোৰক্ষনাথৰ নাম বেজালী মন্ত্ৰবিলাকত ৰক্ষা-কবচৰ নিচিনা ব্যৱহাৰ হৈছিল। বিখ্যাত ৰাণী ময়নামতী আৰু ৰাজা গোপীচাঁদৰ গীতো নাথ-সম্প্ৰদায়ৰ প্ৰভাবৰ ফল। ৰাজা গোপীচাঁদ প্ৰাচীন কামৰূপ ৰাজ্যৰে এক অংশৰ ৰাজা আছিল। ময়নামতী নামো নিভাজ কামৰূপী। কামৰূপৰ মানুহে নিজৰ পৰিচয় দিব লাগিলে এই গৌৰবপূৰ্ণ কবিতাৰ ভাবতহে দিছিল।

"যাত্ৰান্তে নীল শৈলে হৰি হৰ বিধিভিঃ
ধাৰ্য্যমানে সুৰেশৈঃ।
কামাখ্যা যত্ৰ সাক্ষাৎ মণিগিৰিশিখৰে
মাধৱো বাজী বক্ত্ৰঃ ॥
কেদাৰো যত্ৰ লিঙ্গং মদন গিৰিবৰে সৰ্ব্বদা বৰ্দ্ধমানং।
পুতো লৌহিত্য তোয়ৈৰ্বসতি বিধিসুতঃ দৰ্পিতঃ চানুজেন॥
বিপ্ৰো বেদান্ত বেদাগম নিপুণতৰঃ সৰ্ব্বদা শান্ত মূৰ্ত্তিঃ।
সাস্মাকং জন্মভূমিঃ সকল বসুমতীমণ্ডলীসাৰভূতা ॥

এই শ্লোকটী কবিৰ ৰচিত হলেও এই শ্লোকৰ ভিতৰতে কামৰূপ ৰাজ্যৰ সকলো বৈভবৰ কথা সংক্ষেপ সুন্দৰ ভাষাত বৰ্ণোৱা আছে।

এনে বিশাল ৰাজ্য প্ৰাচীন কালত ভাৰতৰ কোনো অংশতে কেতিয়াও একেবাৰে একে শাসনৰ তলত বহুদিনলৈ নাছিল। নানা ৰাজনৈতিক কাৰণত ভাৰতীয় ৰাজ্যবোৰৰ মাজে মাজে আকৃতি বেলেগ বেলেগ হৈছিল। কামৰূপ ৰাজ্যও ভাৰতবৰ্ষৰ এই সাধাৰণ নিয়মৰ বহিভূৰ্ত নাছিল। সেই দেখি কামৰূপ

ৰাজ্যও অনেক সময়ত অনেক ক্ষুদ্ৰ অংশত বিভক্তহৈ নিজে নিজে স্বাধীন হৈছিল। আৰু কেতিয়াবা প্ৰতিবেশী আন প্ৰবল ৰাজাৰ অধীন বা আশ্ৰিত আছিল। কামৰূপ ৰাজ্যৰ পূব ডোখৰ ঠাই বৰ্তমান সময়ত যি ডোখৰ ওপৰ আসাম বোলে সেই ডোখৰ পূব সীমান্তপ্ৰদেশ আছিল। ৰাজধানীৰ পৰা দূৰৈ হোৱা গতিকে তাত দাতি কাষৰীয়া লোকে মাজে সময়ে অত্যাচাৰ কৰি থকা অনুমান হয় আৰু কেতিয়াবা কোনো জাতি পৰাক্ৰমী হৈ সেইবিলাক ঠাইত ৰাজত্বও কৰিছিল। এনেকৈ অহা জাতিবিলাকৰ ভিতৰত শেষত আহোম-বিলাক বৰ পৰাক্ৰমী হৈ উঠাত কামৰূপ ৰাজ্যৰ পূব খণ্ডত ইংৰাজ আগমনৰ আগলৈয়ে বৰ পৰাক্ৰমে সৈতে প্ৰায় ৬০০ মান বছৰ ৰাজত্ব কৰে। আগৰ ডোখৰ কালত আহোমবিলাক শিক্ষাত সিমান উন্নত নাছিল। গতিকে তেওঁ-বিলাকৰ ৰাজত্বত কামৰূপ ৰাজ্যৰ পূব অংশত সুকুমাৰ কলাবিদ্যাৰ বিশেষৰূপ ভাল চৰ্চা হোৱা নাছিল। পৰবৰ্তী কালত আহোমবিলাকে পশ্চিমখণ্ডৰ হিন্দু প্ৰজাবিলাকৰ সংশ্ৰৱত হিন্দুধৰ্ম গ্ৰহণ কৰি তেওঁলোকৰ শিক্ষাৰ এই দৈন্য পৰিহাৰ কৰে।

কামৰূপ দেশৰ পূবে অচ্ছি বুলি আৰু এখন দেশ আছিল। কালক্ৰমত সেই দেশৰ নাম অনুসৰি কামৰূপ ৰাজ্য পূব অংশৰ নাম আচাম বা আসাম হল। আৰু পশ্চিম অংশ গৌৰ, বঙ্গ প্ৰভৃতি ৰাজ্যৰ ভিতৰুৱাহৈ বৰ্তমানত বঙ্গনাম গ্ৰহণ কৰিছে।

কামৰূপ ৰাজ্যৰ সমতল অংশৰ কোচ বা ৰাজবংশী আৰু কলিতা, শালে প্ৰভৃতি জাতিয়ে আদিম অধিবাসী আছিল। কলিতাসকল পুৰাণত উল্লেখ থকা প্ৰাচীন কুলত বা কোল জাতিৰ বংশধৰ। শালেবিলাক প্ৰাচীন শ্বৰ জাতিৰ লোক বুলি অনুমান কৰিব পাৰি। কোছবিলাক মহাভাৰতত উল্লিখিত পৰাক্ৰমী নিবাত কবচ সকলৰ বংশধৰ বুলি পণ্ডিত লোকে সিদ্ধান্ত কৰিছে। গোটেই প্ৰাচীন কামৰূপ ৰাজ্যৰ ভিতৰত এইবিলাক জাতিৰ মানুহ আছে।

ভাঠিৰ ৰংপুৰ, জলপাইগুৰিৰ পৰা আৰম্ভ কৰি উজনিৰ সদিয়ালৈ সকলো ঠাইতে কোচ্-কলিতা মানুহৰ বসতি এতিয়াও ব্যাপি আছে।

কামৰূপত কোচবিলাকৰ বিশাল ৰাজ্য আছিল। প্ৰাচীন কামৰূপৰ এক খণ্ডত আজিও কোচৰ ৰাজত্ব চলি আছে। এই কোচ ৰাজত্বৰ কথা নকলে প্ৰাচীন কামৰূপ ৰাজ্যৰ গৌৰৱমণ্ডিত এটা আধ্যা বৈ যায়। বহুপূৰ্ব কালৰ পৰা কামৰূপৰ ঠায়ে ঠায়ে কোচবিলাকৰ সৰু সৰু ৰাজ্য বা একোটা কোঠৰ নিচিনা ঠাই আছিল। সেই ৰাজ্য বা কোঠাধিপতি সকল মাজে মাজে কামৰূপৰ অধীশ্বৰৰ অধীন আৰু মাজে মাজে স্বাধীন হৈ আছিল। এই কোচবিলাকৰে বিশু বুলি এজন মানুহ ক্ষমতাশালী হৈ উঠি ওচৰৰ কেতবোৰ ভূঞাৰ সাহন মাৰি অৰ্থাৎ সৰু সৰু ভূঞাৰাজ্য বলেৰে কাঢ়িলৈ এখন ৰাজ্য স্থাপন কৰে। আৰু বৰ্তমান কোচবিহাৰতে ৰাজধানী পাতি বৰ সুন্দৰকৈ শাসনকাৰ্য্য চলায় আৰু তেওঁ বিশ্বসিংহ নাম গ্ৰহণ কৰি নিজক শিৱবংশী বুলি প্ৰচাৰ কৰে। এওঁৰে বংশধৰ মহাৰাজা নৰনাৰায়ণে ভায়েক শুক্লধ্বজৰ সহায়ত পুৰণি কামৰূপ ৰাজ্যৰ সৰহখিনি ঠাই এক শাসনৰ তলতীয়া কৰে। কামৰূপৰ ভিনভিন অংশৰ স্বাধীন ৰজাসকলক তেওঁৰ ৰাজ সিংহাসনত আঠুলৈ কৰ জোগাবৰ বাধ্য কৰে। কামৰূপ ৰাজ্যৰ অনেক পুৰণি কীৰ্ত্তি-কলাপৰ চিন ধ্বংস হোৱাত এওঁ মহাৰাজাই সেইবোৰ আকৌ পুনঃ সংগঠন কৰিবলৈ যত্ন কৰে। এইজন ৰজাই পুৰণি কামৰূপ ৰাজ্য পূৰ্ণ গঠিত কৰা বুলিলেও বেছি কোৱা নহয়। এওঁৰ শাসন এনে উৎকৃষ্ট আৰু প্ৰতাপ এনে প্ৰবল আছিল যে এওঁক কামৰূপৰ বিক্ৰমাদিত্য বোলা উচিত। এতিয়াও যিবোৰ বিষয়লৈ কামৰূপী প্ৰজাই গৌৰব অনুভৱ কৰে তাৰ বহুভাগ এই মহাৰাজাৰ অনুকূল্যতে হয়। এওঁ বৰ বিদ্যোৎসাহী ৰজা আছিল। এওঁৰ আদেশ অনুসাৰেই মহামহোপাধ্যায় পুৰুষোত্তম বিদ্যাবাগীশ ভট্টাচাৰ্য্যই প্ৰয়োগ ৰত্নমালা ব্যাকৰণ ৰচনা কৰে। এই ব্যাকৰণেই আমাৰ দেশত সংস্কৃত শিক্ষাৰ আজিও মুখ্য সম্বল। এওঁৰ ৰাজ-

সভাত এটা পণ্ডিত-সমাজ আছিল যাক বিক্ৰমাদিত্যৰ নৱৰত্ন সভাৰ লগত ৰিজাব পাৰি। এই সকল পণ্ডিত-ৰত্নৰ হতুৱাই মহাৰাজ নৰনাৰায়ণে অনেক সংস্কৃত গ্ৰন্থৰ কামৰূপী ভাষাত অনুবাদ কৰাইছিল। এই পণ্ডিতসকলৰ প্ৰধান আছিল কবিৰাজ ৰামসৰস্বতী। কবিৰাজ ৰামসৰস্বতীৰ তত্ত্বাবধানত মহাভাৰতৰ পদ কামৰূপী ভাষাত ৰচিত হৈছিল। এওঁ ধৰ্মবিষয়তো অসম্প্ৰাদায়ীক আছিল। এওঁৰ উৎসাহতে এই দেশত হিন্দুধৰ্মৰ সকলো সম্প্ৰদায়ৰ যথেষ্ট উন্নতি হৈছিল। এওঁৰ ভায়েক সেনাপতি শুক্লধ্বজ চিলাৰায়ে বৈষ্ণৱ ধৰ্মৰ শ্ৰেষ্ঠ গ্ৰন্থ জয়দেৱৰ গীত-গোবিন্দৰ সংস্কৃত টীকা ৰচনা কৰে। আন ভায়েক গোঁহাই কমলে বিখ্যাত গোঁহাই কমলা আলি বন্ধায়। বৰ্তমান কামাখ্যা দেবীৰ মন্দিৰো এওঁ মহাৰাজাই কৰোৱা। কামাখ্যা দেবীৰ মন্দিৰ ভাৰতৰ আন বহু বিখ্যাত মন্দিৰতকৈ ডাঙ্গৰ। কামাখ্যা মন্দিৰৰ ভিতৰত এতিয়াও মহাৰাজা নৰনাৰায়ণ আৰু সেনাপতি শুক্লধ্বজৰ শিলৰ মূৰ্তি আছে।

কামৰূপ দেশত অনেক মহাপুৰুষে জন্মগ্ৰহণ কৰিওএইদেশৰ জ্ঞান, বিদ্যা, ধৰ্ম আৰু সভ্যতা আন আন দেশত প্ৰচাৰ কৰি ফুৰিছিল। সেই সকল মহাপুৰুষৰ ভিতৰত শিবাবতাৰ ভগবান শঙ্কৰাচাৰ্য্যৰ গুৰুতুল্য কুমাৰিল ভট্টও এজন। এওঁৰ বাহিৰেও অনেক বৌদ্ধভিক্ষুই ভাৰতৰ আন আন প্ৰদেশত বৌদ্ধধৰ্ম প্ৰচাৰ কৰিছিল। এইদেশৰপৰা বৌদ্ধভিক্ষুসকল চীন, তিব্বত আদি সুদূৰ আৰু দুৰ্গম দেশলৈও গৈছিল। এইদেশৰ ৰাজা ইন্দ্ৰপালে বৌদ্ধ-ধৰ্ম অৱলম্বন কৰি ভিক্ষুবেশে দেশ-দেশান্তৰ বৌদ্ধধৰ্ম প্ৰচাৰ কৰি ফুৰিছিল। এওঁৰ তুলনা এওঁ নিজেইহে।

প্ৰাচীন কামৰূপ ৰাজ্যৰ বিষয়ে ইমান কবলগা কথা আছে যে এনে এটা বিষয় দহটা প্ৰবন্ধতো কৈ শেষ কৰিব নোৱাৰি ; প্ৰাচীন কামৰূপৰ বিবৰণৰ বাবে এখন সুকীয়া গ্ৰন্থ ৰচিত হোৱা উচিত। এখন গ্ৰন্থতো যে সকলো প্ৰকাৰ আলোচনা শেষ হব তাতো সন্দেহ আছে। গতিকে এই বৃথা চেষ্টাৰ পৰা বিৰত হোৱা গল।

মই ইয়াত প্ৰমাণ প্ৰয়োগ নকৰি আধা ডোখৰীয়া ভাবে মাজে মাজে কামৰূপ ৰাজ্যৰ যি বিবৰণ প্ৰকাশ কৰিলোঁ, ইয়াৰদ্বাৰা যদি কোনো লোকৰ মনত প্ৰাচীন কামৰূপৰ বিষয়ে সকলো কথা জানিবৰ অভিলাষ জন্মে আৰু কোনোবা উৎসাহী কৃতবিদ্যা লোকে এই বিষয়ত এখন পুথি লিখিবলৈ উদ্যম প্ৰকাশ কৰে, তেন্তে প্ৰৌঢ় বয়সত মোৰ এই প্ৰবন্ধ লিখাৰ সফলতা হল বুলি মানিম।

ওঁ বিশ্বানি দেবসবিতা দুৰিতানি পৰা শুভ।
যদভদ্ৰং তন্নাশুভ ওঁ।



# দ্বাদশ-প্ৰবন্ধ।

## ৰামায়ণ আৰু মহাভাৰতৰ শিক্ষা।

ৰামায়ণ হিন্দুজাতিৰ মহাকাব্য। ভগবান ৰামচন্দ্ৰৰ বৃত্তান্তলৈ এই মহাকাব্য মহৰ্ষি বাল্মীকি ৰচনা কৰিছিল। এই কাব্য যেনেকৈ বয়সত আদি তেনেকৈ কাব্যাংশ আৰু উপদেশতো শ্ৰেষ্ঠ। অনেক ঠাইত পঢ়ি যাওঁতে তাত বৰ্ণনা কৰা বিষয়বোৰ চকুৰ আগতে দেখা যেন লাগে। ৰাম-চৰিত্ৰৰ মাজেদি ইয়াত যিবোৰ উপদেশ দিছে, নীতিধৰ্ম্মৰ বিষয় যিবোৰ আলোচনা কৰিছে সি জগতত অতুলনীয়। ৰামায়ণত সত্যপালন, ভ্ৰাতৃস্নেহ, দাম্পত্য প্ৰেম, পিতৃভক্তি আদিৰ যি উজ্জ্বল চিত্ৰ আঁকি থৈছে সি চিৰকাল নতুন হৈয়ে থাকিব।

ৰামায়ণৰ নিচিনা মহাভাৰতো হিন্দুসকলৰ পৱিত্ৰ গ্ৰন্থ। মহাভাৰত মহৰ্ষি বেদব্যাস প্ৰণীত। ইতিহাস, পুৰাণ, কাব্য, নাটক ধৰ্ম্মশাস্ত্ৰ, দৰ্শন শাস্ত্ৰ, স্মৃতি-শাস্ত্ৰ, নীতিশাস্ত্ৰকে আদি কৰি যতবোৰ শাস্ত্ৰ বা বিদ্যা প্ৰচলিত আছে, সকলোকে একেলগ কৰিলে যি হব অকল মহাকাৰততে সেই সকলো আছে। মহাভাৰতৰ নিচিনা সাৰুৱা কথা থকা আৰু প্ৰকাণ্ড গ্ৰন্থ পৃথিবীৰ আন কোনো ভাষাতে নাই।

"মহত্ত্বাৎ ভাৰ বত্ত্বাচ্চ মহাভাৰতমুচ্যতে।"

মহান অৰ্থাৎ প্ৰকাণ্ড আৰু সাৰবান এই কাৰণেই মহাভাৰত বোলে। হিন্দুৰ মতে মহাভাৰত বেদৰ নিচিনা পৰম পবিত্ৰ গ্ৰন্থ। ইয়াক পঞ্চমবেদ বুলি বৰ্ণোৱা আছে। মহাভাৰতৰ সম্বন্ধে এটা বাক্য প্ৰচলিত আছে ;—

"যদিহাস্তি তদন্যত্ৰ যন্নেহাস্তিন কুত্ৰচিৎ ( আদি পৰ্ব্ব )
যাহা নাই ভাৰতে তাহা নাই ভাৰতে।"

অৰ্থাৎ মহাভাৰতত যি বিষয় নাই তাক ভাৰতবৰ্ষৰ ভিতৰত পাবলৈ নাই। এই পঞ্চম বেদস্বৰূপ মহাভাৰত গ্ৰন্থ কৌৰব আৰু পাণ্ডৱসকলৰ চৰিত্ৰক মুখ্য অৱলম্বন কৰি লিখা।

পবিত্ৰ গ্ৰন্থ ৰামায়ণ, মহাভাৰতৰ কথা সকলো হিন্দুৱে জানে। অতি নিৰক্ষৰ সাধাৰণ মানুহেও মহাভাৰত আৰু ৰামায়ণৰ গল্পবোৰ মুখে মুখে কব পাৰে। ৰাম, লক্ষ্মণ আৰু কৌৰব-পাণ্ডৱৰ কথা যেনে নাজানে তেওঁ হিন্দু নহয় বুলি কলেও বেচি কোৱা নহয়। অতি পুৰণি কালৰপৰা মহাভাৰত ৰামায়ণৰ কথাবোৰে হিন্দুসমাজত নানা ভাবে প্ৰচলিত হৈ হিন্দুজাতিক শীলে, শিক্ষাই শ্ৰেষ্ঠ কৰি গঢ়ি তুলিছে।

ভাৰতীয় মহাকবিসকলে কাব্য ৰচিছে ৰামায়ণ, মহাভাৰতৰপৰা আখ্যান বস্তু সংগ্ৰহ কৰি লৈ। নাট্যকাৰসকলে নাট লিখিছে মহাভাৰত-ৰামায়ণৰ ঘটনাক অৱলম্বন কৰি। নীতিবেত্তাই নীতিশাস্ত্ৰ ৰচনা কৰিছে ৰামায়ণ-মহাভাৰতৰ নীতিকথা আনি। ধৰ্মবেত্তাই ধৰ্ম ব্যাখ্যা কৰিছে ৰামায়ণ মহাভাৰতৰপৰা। স্মৃতিকাৰে আচাৰ-ব্যৱহাৰ আদিৰ সমৰ্থনৰ বাবে প্ৰমাণ বিচাৰিছে ৰামায়ণ-মহাভাৰতত। ভাৰতীয় ৰাজনীতিবিদে ৰাজনীতি আলোচনা কৰে ৰামায়ণ-মহাভাৰতৰ ৰাজনীতি বিষয়ক সিদ্ধান্ত সকলোকে মূল কৰি লৈ। যোদ্ধাবিলাকে যুদ্ধবিদ্যা শিক্ষা কৰোঁতে ৰামায়ণ-মহাভাৰতৰ সহায় লাভ কৰে। স্বদেশ-প্ৰেমিকে স্বদেশ-প্ৰেমৰ শিক্ষাও লাভ কৰে মহাভাৰত-ৰামায়ণৰপৰা। "জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী" এই প্ৰসিদ্ধ বচন ফাকিও ৰামায়ণৰ হে। মোক্ষাভিলাষী মোক্ষোপদেশ বিচাৰি নিতৌ পাঠ কৰে ৰামায়ণ মহাভাৰত। এনেকি হিন্দুজাতিয়ে পুৰুষানুক্ৰমে যিবোৰ উচ্চ ভাব-সম্পদ, শিক্ষা, সভ্যতা

আদিৰ অধিকাৰী হৈছে সেই আটাইবোৰ লাভ কৰিছে ৰামায়ণ-মহাভাৰতৰ মাজেদি।

যিসকল মহাকবি মানবজাতিৰ ভিতৰত জন্মগ্ৰহণ কৰাত মানবমাত্ৰেই গৌৰবান্বিত, যিসকল মহাকবি নিজৰ জাতিৰ ভিতৰত জন্মগ্ৰহণ কৰিলে জগতৰ সেই জাতিয়ে নিজক গৌৰবান্বিত বুলি ভাবিলেহেঁতেন, তেনেকুৱা মহাকবি কালিদাস, ভৱভূতি, শ্ৰীহৰ্ষ, ভাৰবি প্ৰভৃতিয়ে মহাকাব্যসকল ৰচিছে মহাভাৰত-ৰামায়ণৰপৰা চৰিত্ৰ গ্ৰহণ কৰি।

মহাভাৰত, ৰামায়ণৰ শিক্ষা উচ্চাঙ্গৰ সাহিত্য-নাটক আদিৰ ভিতৰেদি শিক্ষিত উচ্চ শ্ৰেণীৰ মাজত প্ৰচাৰ হোৱাৰ দৰে তলৰ থাপৰ মানুহৰ ভিতৰতো গাৱলীয়া যাত্ৰা, ভাওনা, কথাবাৰ্ত্তা ওজাপালিৰ পদ গোৱা ইত্যাদি নানা প্ৰকাৰে প্ৰচাৰিত হৈছিল। কিবা আমোদ-প্ৰমোদৰ বিষয় উপস্থিত হৈছে তাতো দেখিবা মানুহবিলাকে ৰামায়ণ-মহাভাৰতৰ গীত পদ গাই আমোদ-প্ৰমোদ কৰিছে। গাৱেঁ গাৱেঁ নাম-প্ৰসঙ্গ হৈছে তাতো মহাভাৰত বা ৰামায়ণৰ দুই আধ্যা পদ ঢেক লগাই পঢ়া হৈছে আৰু তাৰ অৰ্থ ভাঙিছে, কৰবাত সভা-বিয়া আদিৰ উৎসৱ হৈছে তাতো দেখিবা মহাভাৰত-ৰামায়ণৰ কথা লৈয়ে যাত্ৰা-ভাওনা হৈছে। এনেকি বুঢ়ী আইয়ে নাতি পুতিৰ আগত সাধুকথা কোৱাতো ৰাম-লক্ষ্মণ বা পঞ্চপাণ্ডৱৰ কথা কৈছে। এনে ধৰণে এই বিপুল গ্ৰন্থৰ উচ্চ শিক্ষা হিন্দু জাতিৰ ভিতৰত বিপুলভাবে প্ৰচাৰিত হোৱাই আজিও সকলে জ্ঞানে ধৰ্ম্মে এনে উন্নত হৈ থাকিব পাৰিছে।

ৰামায়ণ মহাভাৰতৰ শিক্ষাই হিন্দুজাতিৰ অতি তল থাপৰ মানুহটোকো আন জাতিৰ সেই শ্ৰেণীৰ মানুহতকৈ ওখ থাপত তুলি ৰাখিছে; আন আন জাতিৰ তলৰ থাপৰ মানুহৰ ধৰ্ম, জ্ঞান বা নীতিজ্ঞান বুলি কোনো ভাল শিক্ষা নাই বুলিলেই হয়। সেইবোৰ মানুহে কেৱল ৰাজ-দণ্ডৰ ভয়তহে নীতি-ধৰ্ম্ম বিগৰ্হিত কাম কৰিব নোৱাৰে বুলিলেও বৰ বেছি অতি ৰঞ্জিত নহব। তেও-

বিলাকে সুখে স্বচ্ছন্দে থাই বৈ থাকিব পৰিলেই নিজ জীৱনৰ সাৰ্থকতা হোৱা বুলি বিবেচনা কৰে। দয়া-দাক্ষিণ্যাদি কোমল বৃত্তিবিলাকৰ অতি সাধাৰণ তলথাপৰ মানুহৰ ভিতৰত অনুশীলন নাইয়ে। তেওঁলোকৰ মনত ভ্ৰাতৃস্নেহ, পিতৃভক্তি, দেৱ-দ্বিজৰ সেৱা, অতিথি-শুশ্ৰূষা আদি ভালগুণবোৰ ভাৰতীয় হিন্দুসকলৰ নিচিনা নাই। মহাভাৰত আৰু ৰামায়ণৰ শিক্ষাই যে অতি তল খাপৰ হিন্দুসকলোকো বহু বহু অসদ বৃত্তি আৰু পাপৰ পৰা ৰক্ষা কৰিছে তাত কোনো সন্দেহ নাই। অতি তলখাপৰ হিন্দুৰ মনতো ধৰ্ম, অধৰ্ম, ঈশ্বৰ, পাপ, পুণ্য, দয়া, দাক্ষিণ্য, দেৱতা, গুৰু ইত্যাদিৰ বিষয়ে যথেষ্ট জ্ঞান আছে। অতি নীচ তলৰ হিন্দু মানুহেও পিতৃ-মাতৃ ভক্তি, গুৰু-ব্ৰাহ্মণৰ পূজা, অতিথি শুশ্ৰূষা আদি নিজৰ অতি কৰ্তব্য ধৰ্ম কাৰ্য্য বুলি ভাবে।

ৰামায়ণ-মহাভাৰতৰ শিক্ষা অকল যে ভাৰতীয় হিন্দুবিলাকৰ মাজত আবদ্ধ হৈ আছিল এনে নহয়, সুদূৰ যাভা, বালী প্ৰভৃতি দ্বীপতো মহাভাৰত-ৰামায়ণৰ শিক্ষা প্ৰচাৰিত হৈ সেই দ্বীপবাসীসকলোকে জ্ঞানে, বিদ্যাই আৰু সভ্যতাত উন্নত কৰি তুলিছিল। মহাগ্ৰন্থ ৰামায়ণ-মহাভাৰত মুছলমান বাদচাহসকলেও নিজৰ ভাষাত অনুবাদ কৰাই মুছলমান সকলোকো সেই সজ শিক্ষাৰ সুবিধা কৰি দিছিল।

আজি কালি হিন্দু জন সাধাৰণৰ মাজত ৰামায়ণ-মহাভাৰতৰ শিক্ষাৰ বিৰল প্ৰচাৰ হৈ অহাত লগে লগে জন সাধাৰণৰ মাজত আগৰ সেই সদগুণবোৰও লাহে লাহে কমি আহিছে। তাৰ ফলত অনেক পাপ সমাজত বাঢ়ি আহিব ধৰিছে।

হিন্দু সমাজৰ আদৰ্শ অটুট ৰাখিব খুজিলে আজিও দেশত ৰামায়ণ-মহাভাৰতৰ শিক্ষাৰ বহুল প্ৰচাৰ কৰিব লাগিব। সভা সমিতি পাতি নানা বিদেশী মতৰ দোহাই দি চমৎকাৰ বক্তৃতাৰে হিন্দু জাতিক কৰ্তব্যৰ উপদেশ দি হিন্দুৰ সামাজিক, নৈতিক বা আন কোনো প্ৰকাৰ উন্নতি সাধন কৰিব খোজাতকৈ

কথকতা প্ৰভৃতি প্ৰাচীন প্ৰথাৰে হিন্দু সমাজত ৰামায়ণ-মহাভাৰতৰ শিক্ষাৰ বহুল প্ৰচাৰ কৰিলে বেছি মঙ্গলজনক হব।

ৰামচন্দ্ৰৰ নিচিনা পিতৃভক্ত সত্যসন্ধ পুৰুষৰ কথা কেৱল ৰামায়ণতহে আছে। লক্ষ্মণৰ ভ্ৰাতৃবাৎস্য সকলোৰে শিকিবলগীয়া। ভৰতৰ ত্যাগ জগতত অতুলনীয়। সুমন্ত্ৰৰ নিচিনা মন্ত্ৰী পালে ৰাজা আৰু ৰাজ্য ধন্য হয়। এই সকল আদৰ্শ চৰিত্ৰ আগত ৰাখি আনি চৰিত্ৰ গঠন কৰিবলৈ শিক্ষা কৰিব লাগে। নাৰীসকলে সীতাক আদৰ্শ কৰি চলিলে জগত পৱিত্ৰ কৰিব পাৰে।

মহাভাৰততো অনেক আদৰ্শ চৰিত্ৰ মহা মানব আৰু অনেক আদৰ্শ চৰিত্ৰ মহা মানবীৰ কথা আছে। সেইসকলৰ বিষয় চিন্তা কৰিলেও আমাৰ শৰীৰ মন পৱিত্ৰ হয়। ক্ষমাশীল যুধিষ্ঠিৰৰ ক্ষমা আৰু ধৰ্মানুবৰ্তিতাই মানুহক ধৰ্ম পথত আগবঢ়াই দিয়ে। ভীষ্মৰ নিচিনা মহামান্য চৰিত্ৰই জগতত সকলোকে মুগ্ধ কৰে। অৰ্জ্জুনৰ শৌৰ্য্য, বীৰ্য্য, দুৰ্য্যোধৰ তেজস্বিতা, বিদুৰৰ নীতিজ্ঞান, ভীমৰ পৰাক্ৰম, কৰ্ণৰ বদান্যতা, বীৰত্ব আৰু বিশ্বস্ততা প্ৰভৃতি আদৰ্শ সম্মুখত ৰাখি চলিব পাৰিলে জগত ধন্য হয়।

দ্ৰৌপদীৰ নিচিনা মহামানবী জগতত সুদুৰ্লভ। ভাৰত সম্ৰাট পত্নী, সময়ত ৰাজ্ঞী আৰু সময়ত দাসী আছিল। দ্ৰৌপদী নিজ হাতে ৰান্ধি বাঢ়ি স্বামী, পুত্ৰ, অতিথিসকলক ভোজন কৰাইছিল; আৰু কুৰুক্ষেত্ৰ যুদ্ধত স্বামী সকলোকো প্ৰেৰণা দিছিল।

ওঁ হৰি ওঁ হৰি ওঁ হৰি।

---

# হিন্দু দৰ্শন

অতি বিশাল, অতি মহান সাগৰৰ বুকত যেনেকৈ সৰু ডাঙৰ অলেখ ঢৌ জালি পাতি ক্ষণে ক্ষণে আবিৰ্ভূত হয় আৰু ক্ষণে ক্ষণে নোহোৱা হয় তেনেকৈ বিশাল মানৱ মনতো নানা প্ৰকাৰৰ অলেখ চিন্তাৰ ঢৌ ক্ষণে ক্ষণে আবিৰ্ভূত হয় আৰু ক্ষণে ক্ষণে নাইকিয়াও হয়। এই চিন্তাৰ তৰঙ্গবিলাক যদিও ক্ষণে ক্ষণে বিনাশ প্ৰাপ্ত হয়, যদিও নিইঁতৰ ভিতৰত এটাৰ লগত আনটোৰে দেখোঁতে কোনো সাদৃশ্য বা সম্বন্ধ দেখা নাযায় তথাপি এই চিন্তাধাৰাৰ এটা সূক্ষ্মাতিসূক্ষ্ম ঐক্য আছে। পাৰ্বত্য নদীৰ ক্ষীণ প্ৰবাহ যেনেকৈ এক উদ্দেশ্যে বা এক লক্ষ্যাভিমুখে দীৰ্ঘ মন্থৰ গতিৰে একেৰাহে বৈ গৈ থাকে আৰু নিজৰ পথৰ প্ৰবল বাধা বিঘ্নৰ প্ৰতিও ভ্ৰূক্ষেপ নকৰে, নিনালৈ প্ৰবল বাধা উপস্থিত নহওক লাগে তাকো গণিতা নকৰে, সেইদৰে মানৱ হৃদয়ৰ এই চিন্তা প্ৰবাহো আমি নজনাকৈ এক লক্ষ্য বা এক উদ্দেশ্য সাধনৰ বাবে একেৰাহে একে বাট ধৰি চলি থাকে। আৰু সেই উদ্দেশ্য সাধনৰ বাবে সকলো বাধা বিঘ্ন গণিতাকৈ নানি একেৰাহে যত্ন কৰি থাকে। এয়ে চিন্তা জগতৰ অপৰিবৰ্ত্তনশীল পদ্ধতি। আৰু চিন্তা জগতৰ এই নৰকৰ নোহোৱা পদ্ধতিয়েই দাৰ্শনিক চিন্তা আৰু দৰ্শন শাস্ত্ৰ আবিৰ্ভাবৰ মূল ভিত্তি।

অতি প্ৰাচীন কালত ভাৰতীয় মনস্বী লোকসকলৰ বুদ্ধি প্ৰশান্ত আৰু মন নিৰ্মল আছিল। তেওঁলোকৰ মনত কোনো সন্দেহ বাদৰ কথাই ঠাই নাপাইছিল। তেওঁলোক বৈদিক ধৰ্মৰূপ কল্প পাদপৰ স্নিগ্ধ ছাঁয়াত থাকিয়েই শান্তি লাভ কৰিছিল। বেদৰ আদেশবিলাক অবিচলিত চিত্তে পালন কৰিছিল। তাত দ্বিধা বা সংশয় সমূলি নাছিল। গতিকে সেই সময়ত ভাৰতীয় মনস্বী লোক

সকলে দৰ্শন শাস্ত্ৰৰ ( যুক্তি তৰ্ক মূলক ) আলোচনাৰ কোনো আৱশ্যকতা অনুভৱ কৰা নাছিল। কিন্তু দাৰ্শনিক মতবাদ হলে তেওঁলোকৰ মাজত প্ৰচলিত আছিল। তাৰ পিচত কালক্ৰমে যেতিয়া নানা প্ৰকাৰ সংশয় বাদৰ কুৰঁলীয়ে মানুহৰ মন আৰু বুদ্ধি আবৰি পেলালে, মানুহে যেতিয়া সকলো কথাৰ কাৰণে অনুসন্ধানত লাগিল, বৈদিক ধৰ্মৰ ছাঁয়াই যেতিয়া মানুহক শান্তি দিব নোৱাৰা হল, সাংসাৰিক জীৱে যেতিয়া নাস্তিকতাৰ প্ৰবল প্ৰতাপত সুখ-শান্তি হেৰুৱাই হাহাকাৰ কৰি ফুৰিব ধৰিলে, এনেকি সংশয়বাদ আৰু নাস্তিকতাৰ প্ৰচণ্ড তাপত সামাজিক সকলো সুখশান্তি নষ্ট হবৰ উপক্ৰম হল তেতিয়া সাংসাৰিক জীৱক ঘোৰ অশান্তিৰপৰা মুক্তি দিবলৈ আৰু সামাজিক শৃঙ্খলা ৰক্ষাৰ কাৰণে, গৌতম, কনাদ, কপিল, পাতঞ্জলি, জৈমুনি আৰু মহৰ্ষি বেদব্যাসে ক্ৰমান্বয়ে ন্যায়, বৈশেষিক, সাংখ্য, পাতঞ্জল, পূৰ্ব মীমাংসা ( বেদান্ত ) এই ছখন দৰ্শন শাস্ত্ৰ ৰচনা কৰি ভাৰতবৰ্ষত আকৌ জ্ঞানৰ প্ৰদীপ জলাই সকলো অজ্ঞান সকলো পাপ, তাপ সকলো অশুভ দূৰ কৰিলে।

ওপৰত উল্লেখ কৰা এই ছখনক আস্তিক দৰ্শন বোলে। অৰ্থাৎ উক্ত ছখন দৰ্শন শাস্ত্ৰই মৃত্যুৰ পিচতো আত্মাৰ অস্তিত্ব, পৰলোক, পৰজন্ম, আৰু পূৰ্বজন্ম প্ৰভৃতি স্বীকাৰ কৰে। ইয়াৰ বাহিৰে নাস্তিক দৰ্শনো ছখন আছে। নাস্তিক দৰ্শন কেইখনে মৃত্যুৰ পিচত আত্মাৰ অস্তিত্ব, পূৰ্বজন্ম, পৰজন্ম, পৰলোক প্ৰভৃতিৰ কথা স্বীকাৰ নকৰে। নাস্তিক দৰ্শনবিলাকৰ মতে মৃত্যুৰ পিচত আত্মাবুলি কোনো পদাৰ্থ নাথাকে। গতিকে পৰলোকত পাপ-পুণ্যৰ ফল ভাগীও কোনো নাই। সেই দেখি—

"যাবৎ জীৱেৎ সুখং জীৱেৎ ঋণং কৃত্বা ঘৃতং পিবেৎ।
ভস্মীভূতস্য দেহস্য পুনৰাগমনং কুতঃ॥"

সৰ্ব্ব দৰ্শন সংগ্ৰহ কৰোঁতা মাধবাচাৰ্য্যই তেওঁৰ গ্ৰন্থত মুঠতে ৮০ খন দৰ্শন

শাস্ত্ৰৰ নাম উল্লেখ কৰিছে। এই আটাইবিলাক ভাৰতীয় দৰ্শন শাস্ত্ৰ। এই ভাৰতীয় দৰ্শনৰ অন্তৰ্গত বৌদ্ধ দৰ্শন বা জৈন দৰ্শনকাৰ সকলৰ গ্ৰন্থও হিন্দু দৰ্শন। এই সকলোবিলাক দৰ্শনৰ মূল মূল ভাব বেদৰ পৰা ( উপনিষদৰ পৰা ) পোৱা। এনেকি বৌদ্ধবিলাকৰ শূন্যবাদৰ আভাসো উপনিষদত আছে "অসদেব ইদমগ্ৰমাসীৎ।" ওপৰত নাম উল্লেখ কৰা ছখন দৰ্শনক দুখন দুখনকৈ মুঠতে তিনি ভাগ কৰিব পাৰি। এনেদৰে ভাগ কৰিলে প্ৰথম ভাগৰ নাম হব ন্যায়। গৌতমৰ ন্যায় আৰু কনাদৰ বৈশেষিক দৰ্শন এই ন্যায় ভাগৰ অন্তৰ্গত। দ্বিতীয় ভাগ সাংখ্য। এই ভাগত পৰে কপিল মুনিৰ সাংখ্য দৰ্শন আৰু পাতঞ্জলিৰ পাতঞ্জল দৰ্শন। তৃতীয় ভাগৰ নাম হব মীমাংসা। এই ভাগত পৰিব জৈমুণীৰ পূৰ্বমীমাংসা আৰু বাদৰায়ন ব্যাসৰ উত্তৰ মীমাংসা ( বেদান্ত ) দৰ্শন। ছখন দৰ্শনক এনেদৰে ভাগ কৰি তিনি ভাগ কৰাৰ হেতু আছে। সেই হেতু তলত উল্লেখ কৰা হল।

শাস্ত্ৰবিচাৰত তিনিপ্ৰকাৰ সিদ্ধান্ত আছে। স্বতন্ত্ৰ সিদ্ধান্ত, প্ৰতিতন্ত্ৰ সিদ্ধান্ত, আৰু সমান তন্ত্ৰ সিদ্ধান্ত। এই তিনিটা সিদ্ধান্ত তিনি প্ৰকাৰ শাস্ত্ৰগত। নিজ শাস্ত্ৰগত সিদ্ধান্তক স্বতন্ত্ৰ সিদ্ধান্ত বোলে। বিৰোধী শাস্ত্ৰগত সিদ্ধান্তক প্ৰতিতন্ত্ৰ সিদ্ধান্ত বোলে। আৰু সমান শাস্ত্ৰগত সিদ্ধান্তক সমতন্ত্ৰ সিদ্ধান্ত বোলে। ন্যায় আৰু বৈশেষিক সমতন্ত্ৰ সিদ্ধান্তমূলক। সমতন্ত্ৰৰ গ্ৰন্থ, সেই দেখি এই দুখনক ন্যায়ভাগৰ অন্তৰ্গত কৰা হৈছে। এই দুখন দৰ্শনৰ ভিতৰত বিশেষ মতভেদ নাই। দুয়োখনেই পৰমাণুবাদী। বৈশেষিক দৰ্শনত কোনো সিদ্ধান্ত থাকিলে আৰু সেই সিদ্ধান্ত যদি ন্যায়দৰ্শনৰ কোনো স্পষ্ট কথাৰ লগত অমিল নহয়, তেনেহলে সেই সিদ্ধান্তক ন্যায় দৰ্শনৰ সিদ্ধান্ত বুলিও গ্ৰহণ কৰিব পাৰি। এইদৰে সংখ্য, পাতঞ্জলো সমতন্ত্ৰ সিদ্ধান্ত মূলক সমতন্ত্ৰৰ গ্ৰন্থ। দুয়ো প্ৰকৃতি-পুৰুষ আৰু পঞ্চবিংশতি তত্বাত্মক। তাৰ পিচত পূৰ্বমীমাংসা আৰু উত্তৰ মীমাংসা এই দুখনো সমানতন্ত্ৰ সিদ্ধান্ত মূলক সমানতন্ত্ৰৰ গ্ৰন্থ।

এই ছুখন দৰ্শনৰ পূৰ্ব আৰু উত্তৰ এই বিশেষণ ছুটাৰপৰাও সুন্দৰ ৰূপে বুজা যায় যে এই ছুখন দৰ্শন শাস্ত্ৰ একেখন শাস্ত্ৰৰে প্ৰথম আৰু অদ্বিতীয় ভাগ বা পূৰ্ব আৰু পৰ খণ্ড। শ্ৰীভাষ্য প্ৰণেতা আচাৰ্য্য ৰামানুজ স্বামীপাদেও পূৰ্ব মীমাংসা আৰু উত্তৰ মীমাংসা শাস্ত্ৰক একেখন শাস্ত্ৰৰে ছুটি ভাগ বুলি মত প্ৰকাশ কৰিছে। এই ছুখন দৰ্শনেই বেদবাক্যৰ প্ৰকৃত অৰ্থ প্ৰকাশ কৰিছে। পূৰ্বমীমাংসাই কৰ্মকাণ্ডমূলক বেদভাগৰ আৰু উত্তৰমীমাংসা দৰ্শনে ব্ৰহ্মতত্ত্বমূলক বেদভাগৰ আলোচনা কৰিছে।

দৰ্শনশাস্ত্ৰবিলাকক আৰু ছুই ভাগে বিভাগ কৰিব পাৰি। সেইদৰে ভাগ কৰিলে এক ভাগৰ নাম হব শ্ৰৌত দৰ্শন আৰু আনভাগৰ নাম হব স্মাৰ্ত দৰ্শন। যিবিলাক দৰ্শন শ্ৰুতি অৰ্থাৎ বেদবাক্যৰ অবিৰোধী মীমাংসা, আৰু বেদ প্ৰণিহিত তত্ত্ব নিৰূপণৰ বাবে ৰচিত, সেইবিলাক দৰ্শনক শ্ৰৌত দৰ্শন বোলে। প্ৰধানতঃ পূৰ্ব মীমাংসা আৰু উত্তৰ মীমাংসাই (বেদান্ত) শ্ৰৌত দৰ্শন। এই ছুখন দৰ্শনশাস্ত্ৰ প্ৰধানতঃ শ্ৰুতিবাক্যৰ ওপৰত নিৰ্ভৰ কৰিয়েই ৰচিত হৈছে। আন চাৰিখন দৰ্শনক স্মাৰ্ত দৰ্শন বোলে। স্মাৰ্তদৰ্শনত শ্ৰুতিবাক্য বা শ্ৰুত্যৰ্থ স্মৰণ পূৰ্বক লোকব্যৱহাৰিক যুক্তি তৰ্কৰদ্বাৰাই তত্ত্ব নিৰূপণৰ চেষ্টাকে প্ৰবল দেখা যায়। কেৱল মাজে মাজে নিজৰ মতৰ পৰিপোষক ৰূপে শ্ৰুতি বাক্যৰ প্ৰমাণো প্ৰয়োগ কৰিছে। শ্ৰুতি আৰু স্মৃতিৰ যি অৰ্থ সাধাৰণতঃ শ্ৰৌত দৰ্শন আৰু স্মাৰ্ত দৰ্শনৰো সেয়ে অৰ্থ। শ্ৰুতিৰ অৰ্থ বেদ পূৰ্বেই উল্লেখ কৰা হৈছে। স্মৃতিৰ অৰ্থ বেদৰ বাহিৰে ঋষি প্ৰণীত আন গ্ৰন্থ।

ভাৰতীয় দৰ্শন শাস্ত্ৰবিলাক গৌতম, কনাদ, ব্যাস, জৈমুনি প্ৰভৃতি ঋষি সকলৰ দ্বাৰা ৰচিত হলেও এই দৰ্শন শাস্ত্ৰবিলাকৰ মতবাদ ঋষিসকলৰ স্বকোপল কল্পিত নহয়। গৌতম, কনাদ, কপিল প্ৰভৃতি ঋষিসকলৰ আবিৰ্ভাবৰ বহুপূৰ্বৰ পৰা এই মতবাদবিলাক এনে বিস্তাৰিতৰূপে নহলেও ভাৰতীয় সুধি সমাজত প্ৰচলিত আছিল। আত্মা, জগত, প্ৰাণ, ব্ৰহ্ম, চিৎ, অচিৎ, ব্ৰহ্ম, মোক্ষ

প্ৰভৃতিৰ দাৰ্শনিক চিন্তাবিলাক এক শ্ৰেণীৰ মুনিবিলাকৰ সৰ্বদায় আলোচ্য বিষয় আছিল। বেদতো দাৰ্শনিক চিন্তাৰ কথা আছে। বেদৰ উপনিষদ ভাগত যিবোৰ দাৰ্শনিক কথা বিবোৰ যুক্তি-তৰ্কৰ সহায়লৈ নিৰূপণ কৰিছে, সেইবোৰ যুক্তি তৰ্ক আৰু দৃষ্টান্ত আধুনিক বৈজ্ঞানিক যুগতো উৎকৃষ্টতন আৰু বিচাৰসহ। উপনিষদ ভাগৰ বাহিৰে বেদৰ মন্ত্ৰ বা সংহিতা ভাগতো দাৰ্শনিক চিন্তাৰ কথা আছে; কিন্তু মন্ত্ৰ ভাগৰ দাৰ্শনিক কথাবিলাক তেনে বিস্তাৰিত ৰূপৰ নহয়। উপনিষদবিলাকত যে দৰ্শনিক চিন্তাবিলাকে যথেষ্ট ৰূপে বিস্তৃতি লাভ কৰিছিল, তাক বৃহদাৰণ্যক আৰু চান্দোগ্য প্ৰভৃতি উপনিষদ আলোচনা কৰিলেই ভাল দৰে বুজিব পাৰি। উপনিষদবিলাকত দাৰ্শনিক চিন্তাৰ কথা কি ভাবে আলোচনা আৰম্ভ হল তাৰ আভাস মাত্ৰ বুজিবৰ অৰ্থে কেনোপনিষদৰ প্ৰথম শ্লোকটি তলত উদ্ধৃত কৰা হ'ল।

"কেনেষিতং পততি প্ৰেষিতং মনঃ,
কেন প্ৰাণঃ পততি প্ৰৈতিযুক্তঃ।
কেনেষিতাং বাচমিমং বদন্তি।
চক্ষুঃ শ্ৰোত্ৰং কউ দেবো যুনক্তিঃ॥"

ভাবাৰ্থ:—

কাৰ ইচ্ছা অনুসাৰে মনে নিজৰ বিষয়ত গমন কৰে? কাৰ নিয়োগ মতে প্ৰাণে নিজৰ কৰ্তব্য সম্পাদন কৰে? কাৰ ইচ্ছা অনুসাৰে লোকসমূহে এই বাক্য উচ্চাৰণ কৰে? কোন দেৱতাইনো চক্ষু, কৰ্ণ প্ৰভৃতিক নিজ নিজ বিষয়ত নিযুক্ত কৰে?

উপনিষদবিলাকত দাৰ্শনিক সত্য তত্ত্ববিলাকৰ কথা আৰু সেই সম্বন্ধে

সাধাৰণ, যুক্তি, তৰ্ক, দৃষ্টান্ত প্ৰভৃতিৰ যদিও উল্লেখ আছে, তথাপি সেই সময়ৰ সামাজিক অৱস্থাৰ গতিকে সেই তত্ত্ববিলাকৰ সম্বন্ধে আধুনিক পৰীক্ষা প্ৰণালী অবলম্বন কৰা হোৱা নাছিল। বিশেষতঃ স্বাভাৱিক সত্যবিলাক অকাৰণতে তৰ্কৰূপ কষটি-শিলত ঘঁহি ঘঁহি কুশাগ্ৰবুদ্ধি পণ্ডিতসকলৰ বিদ্যাবুদ্ধিৰ কছৰৎ দেখুৱাবলৈ কোনো প্ৰয়োজন নাছিল। পিচত যেতিয়া সমাজত সংশয়বাদৰ বিস্তৃতি ঘটিল, বিনাতৰ্কে বিনাপ্ৰমাণে কোনেও কাৰো কথা নমনা হ'ল, আপ্ত বাক্যত বিশ্বাস হেৰুৱালে, তেতিয়াহে আচলতে আধুনিক দৰ্শন শাস্ত্ৰৰ পূৰ্ণ প্ৰতিষ্ঠা স্থাপিত হল। বহিৰ্মুখ মানৱ সমাজত নানা যুক্তি-তৰ্কৰ সহায়েৰে আত্মা, প্ৰাণ, বন্ধ, মোক্ষ, জীৱ, জগৎ, পৰলোক, পৰজন্ম, প্ৰভৃতিৰ বিষয় বিশদ ৰূপে বুজাই অন্তৰ্মুখ কৰিবৰ চেষ্টা কৰা হল।

হিন্দুৰ দৰ্শনশাস্ত্ৰবিলাকৰ মতভেদ থাকিলেও আচল লক্ষ্য সম্বন্ধে সকলো দৰ্শনৰে একে মত। সকলো হিন্দু দৰ্শন শাস্ত্ৰৰে আচল লক্ষ্য বা উদ্দেশ্য হৈছে ত্ৰিতাপ দগ্ধ মানৱ সমাজক মুক্তিৰ উপদেশ দিয়া আৰু মানৱৰ মুক্তি লাভৰ পথ নিৰ্দেশ কৰা পথ সম্বন্ধে পৰস্পৰৰ ভিতৰত মতভেদ থাকিলেও আচল গন্তব্য স্থান সকলোৰে একে। আৰু এই কথাটিতো দৰ্শন শাস্ত্ৰৰ একেমত যে পূৰ্ণজ্ঞান নহলে কোনেও মুক্তিৰ অধিকাৰী হব নোৱাৰে।

"জ্ঞানাৎ মুক্তি ঃ—"

সুখ ভোগৰ কাৰণেই মানৱৰ জন্ম। মানৱ সমাজ সুখৰ নিমিত্তেই লালায়িত। সুখ লাভৰ অৰ্থে মানুহে লৌকিক দৃষ্ট উপায়ৰ দ্বাৰা নানা প্ৰকাৰ চেষ্টা যত্ন কৰিও অবিমিশ্ৰ সুখভোগ কৰিব নোৱাৰে। দৃষ্টলৌকিক উপায়ৰ দ্বাৰা যত প্ৰকাৰ সুখভোগ নকৰক পৰিণামত বা শেষত গৈ সি দুখহে আনে। সেই দেখি সকলো হিন্দু দৰ্শনেই অবিমিশ্ৰ সুখ লাভৰ কাৰণে মানৱ সমাজক উপদেশ দিছে যে ঃ—জ্ঞানৰপৰা জীৱে মুক্তিলাভ কৰিব পাৰে; আৰু মুক্ত জীৱহে অবিমিশ্ৰ সুখৰ অধিকাৰী। এই জ্ঞান লাভৰ প্ৰণালী বা পন্থা দৰ্শন

শাস্ত্ৰবিলাকত ভিন্ ভিন্ৰূপে নিৰ্দেশ কৰা আছে। অধিকাৰ আৰু ৰুচিভেদে ভিন্ ভিন্ লোকে ভিন্ ভিন্ পন্থা গ্ৰহণ কৰিব পাৰে।

এই বিচিত্ৰ সংসাৰত কত যে বিচিত্ৰ বিচিত্ৰ বিষয় আৰু বস্তু আছে, কোনেও তাৰ সংখ্যা নিৰ্দেশ কৰিব নোৱাৰে। এই যে অসংখ্য বিষয় আৰু অসংখ্য বস্তু ইয়াৰ বিষয় জ্ঞানলাভ কৰা মানৱৰ পক্ষে অসম্ভৱ। অথচ পূৰ্ণজ্ঞান নজন্মিলে মানুহ মুক্ত বা অবিমিশ্ৰ সুখৰ অধিকাৰী হব নোৱাৰে। সেইদেখি প্ৰত্যেক দাৰ্শনিকে চেষ্টা কৰিছে এনে এক বা একাধিক পদাৰ্থ নিৰূপণ কৰিবলৈ, যাক জানিলে জগতত জানিবলৈ আৰু একো বাকী নাথাকে; যাৰ জ্ঞান হলে জাগতিক সকলো পদাৰ্থৰে জ্ঞান হব পাৰে। এই উদ্দেশ্যে মহৰ্ষি গৌতমে ন্যায় দৰ্শনত ( প্ৰাচীন ) ষোলটা পদাৰ্থৰ আবিষ্কাৰ কৰিছে। গৌতমৰ মতে এই ষোল পদাৰ্থৰ জ্ঞান হলেই মানুহ পূৰ্ণজ্ঞানী হব পাৰে। তেওঁৰ আৰু জানিবলৈ একো বাকী নাথাকে। গৌতমৰ পিচত খানি কনাদৰ কথা। গৌতমে ষোল পদাৰ্থৰ দ্বাৰা যি কাৰ্য্য সাধন কৰিছে, কনাদে তাত মাত্ৰ ছটি পদাৰ্থৰে সেই কাৰ্য্য সমাধা কৰিছে, অৰ্থাৎ কনাদৰ মতে ছটি পদাৰ্থৰে সেই কাৰ্য্য সমাধা কৰিছে, অৰ্থাৎ কনাদৰ মতে ছটি পদাৰ্থৰ জ্ঞান জন্মিলেই মানুহ পূৰ্ণ জ্ঞানী হৈ মুক্তিৰ অধিকাৰী হব পাৰে। কনাদৰ পাচত ভগৱান কপিলৰ কথা কনাদে যত ছয় পদাৰ্থ স্বীকাৰ কৰি জাগতিক সকলো ব্যাপাৰৰ মীমাংসা কৰিছে, কপিলে তাত মাত্ৰ প্ৰকৃতি পুৰুষ এই দুই পদাৰ্থৰ দ্বাৰাই সেই সকলো বিষয় সুন্দৰৰূপে মীমাংসা কৰিছে; অৰ্থাৎ কপিলৰ মতে প্ৰকৃতি পুৰুষৰ জ্ঞান জন্মিলেই মানুহে মোক্ষলাভ কৰে আৰু পৰম সুখৰ অধিকাৰী হব পাৰে। পাতঞ্জলীয়ে কপিলৰ মতকে বিস্তৃত কৰিছে মাত্ৰ; অৰ্থাৎ কপিলৰ দৰ্শনত যি কথা উক্ত হোৱা নাই তাকে মাত্ৰ উক্ত কৰিছে। তাৰ পাচত জৈমুনিৰ কথা। জৈমুনিয়ে প্ৰধান ৰূপে কৰ্ম আৰু অদৃষ্টৰ বিষয় হে আলোচনা কৰিছে। সংশেষত ভগৱান বেদব্যাসৰ কথা। ভগৱান বেদব্যাসৰ বেদান্ত দৰ্শনত মাত্ৰ

এক ব্ৰহ্ম পদাৰ্থহে স্বীকাৰ কৰিছে। ব্ৰহ্ম সত্বাই জগতৰ সত্বা। বেদব্যাসৰ মতে এক ব্ৰহ্ম পদাৰ্থৰ জ্ঞান হলেই জগতত জানিবলৈ আৰু একো অৱশিষ্ট নাথাকে। ব্ৰহ্মজ্ঞ লোক সৰ্বজ্ঞ আৰু মুক্ত। য'ত গৌতমে ষোল পদাৰ্থৰ দ্বাৰা, কনাদে ছয় পদাৰ্থৰ দ্বাৰা, কপিলে দুই পদাৰ্থৰ দ্বাৰা জাগতিক জ্ঞান আৰু মুক্তিৰ পথ নিৰ্দেশ কৰিলে, বেদব্যাসে তাত মাত্ৰ এক পদাৰ্থৰ দ্বাৰা জাগতিক জ্ঞান আৰু মুক্তিৰ পথ নিৰ্দেশ কৰি দাৰ্শনিক চিন্তাৰ পৰাকাষ্ঠাৰ পৰিচয় দি চিন্তা জগতত জগতৰ সুধী সমাজক বিস্ময়মুগ্ধ কৰিলে।

দৰ্শন শাস্ত্ৰবিলাকৰ ভিতৰত যে কোনখন আগেয়ে ৰচিত হৈছিল আৰু কোনখনেই বা পিচত ৰচিত হৈছিল তাক স্থিৰ কৰি কোৱা বৰ টান কথা। আমাৰ নিচিনা ক্ষুদ্ৰাতি ক্ষুদ্ৰ অজ্ঞলোকৰ কথা দূৰৈত থাওক মহামহোপাধ্যায় পণ্ডিত সকলো এই বিষয়ত একমত হব পৰা নাই। প্ৰত্যেক দৰ্শনতে প্ৰত্যেক দৰ্শনৰ মতবাদৰ উল্লেখ দেখিবলৈ পোৱা যায়। সেইদেখি এনে গুৰুতৰ বিষয়ৰ পৰা দূৰৈত থকাই আমাৰ পক্ষে যুক্তি যুক্ত হব বুলি ভাবি এই বিষয়ৰ আলোচনাৰ পৰা বিৰত হোৱা গল। দৰ্শন শাস্ত্ৰবিলাকৰ পূৰ্বাপৌৰ্ব নিৰ্ণয় কৰা টান হলেও আৰু এই সম্বন্ধে সকলো পণ্ডিতৰ একেমত নহলেও এই সম্বন্ধে প্ৰায় পণ্ডিতৰে মতভেদ নাই যে, বেদান্ত দৰ্শন আন সকলো দৰ্শনৰ পিচত ৰচিত। বেদান্ত দৰ্শনৰ উত্তৰ মীমাংসা এই নামটিৰ উত্তৰ এই বিশেষণ পদটিৰ দ্বাৰাইও এই কথা সমৰ্থন কৰিব পাৰি। বেদান্ত দৰ্শন যে সৰ্বশেষত ৰচিত, এই সম্বন্ধে আৰু এক আবৰ কথা তলত উনুকিওৱা হল।

মানুহৰ জ্ঞান, বিদ্যাবুদ্ধি, সকলো ক্ৰমে ক্ৰমে স্থূলৰ পৰা সূক্ষ্মলৈ যায়। আন আন দৰ্শনতকৈ বেদান্ত দৰ্শনৰ যুক্তি-তৰ্ক আৰু চিন্তা প্ৰণালী যে সূক্ষ্ম, সি দাৰ্শনিক পণ্ডিতসকলৰ মাজত জনাজাত কথা। আন আন দৰ্শনে য'ত ষোল, ছয় আৰু দুই পদাৰ্থৰ দ্বাৰা কাৰ্য্য সিদ্ধি কৰিছে, বেদান্ত দৰ্শনে তাত মাত্ৰ এক পদাৰ্থৰ দ্বাৰা সেই কাৰ্য্য সুন্দৰ ৰূপে সিদ্ধ কৰিছে। ষোল, ছয় বা দুই

পদাৰ্থৰ দ্বাৰা কাৰ্য্যসিদ্ধি কৰাতকৈ যে মাত্ৰ এক পদাৰ্থৰ দ্বাৰা কাৰ্য্যসিদ্ধি কৰা সূক্ষ্মতৰ তাক নকলেও হব। আগে স্থূল জ্ঞান হলে পাছে সূক্ষ্ম জ্ঞান হয়, ইয়াৰ বিপৰীত হব নোৱাৰে। সেই দেখিও বেদান্ত দৰ্শন আন দৰ্শনতকৈ পিচত ৰচিত হোৱা বুলি সিদ্ধান্ত কৰিলে একো ভুল হব নোৱাৰে।

হিন্দুৰ সকলো শাস্ত্ৰ তিনিভাগত বিভক্ত। সেই তিনিভাগৰ নাম হৈছে যেনে :—কান্তা সন্মিত, প্ৰভুসন্মিত, সুহৃদ সন্মিত। কাব্যনাটকাদি গ্ৰন্থ কান্তা সন্মিত। কাব্যনাটকাদিৰ আনন্দজনক ৰমণীয় বাক্যসকল কান্তাৰ অৰ্থাৎ প্ৰিয়জনৰ লগত উপভোগ্য। বেদাদি গ্ৰন্থ প্ৰভুসন্মিত। প্ৰভুৰ আদেশ যি দৰে অবিচাৰে পালনীয়, বেদাদি গ্ৰন্থৰ আদেশো সেইদৰে অবিচাৰে পালনীয়। দৰ্শন শাস্ত্ৰবিলাক হৈছে সুহৃৎ সন্মিত। অন্তৰঙ্গ বন্ধুৰ লগত যি দৰে সকলো কথাকে নানা প্ৰকাৰ যুক্তিতৰ্কৰ দ্বাৰা আলোচনা কৰিহে স্থিৰ কৰা হয়, দৰ্শন শাস্ত্ৰৰ সিদ্ধান্তবিলাকো সেইদৰে নানা প্ৰকাৰ যুক্তি-তৰ্কৰ সহায় লৈহে স্থিৰ কৰা হয়। এই কাৰণেই দৰ্শন শাস্ত্ৰ অন আন শাস্ত্ৰতকৈ শ্ৰেষ্ঠ। কথিত আছে :—

"প্ৰদীপঃ সৰ্ব্ববিদ্যানামুপায়ঃ সৰ্ব্বকৰ্ম্মনাম্।
আশ্ৰয়ঃ সৰ্ব্বধৰ্মানাং বিদ্যোদ্দেশে প্ৰকীৰ্ত্তিতা।"

এই শ্লোকত তৰ্ক বিদ্যাকে সকলো বিদ্যাৰে প্ৰদীপ, সকলো কৰ্মৰে উপায় আৰু সকলো ধৰ্মৰে আশ্ৰয় স্বৰূপ বুলি ব্যাখ্যা কৰিছে।

হিন্দুদৰ্শন সম্বন্ধে অতি সংক্ষেপে সাধাৰণ দুই চাৰি আষাৰ কথা কোৱা হ'ল। এই খিনি কথাৰে আচলতে হিন্দুদৰ্শন প্ৰবন্ধৰ পাতনিহে পতা হল। ইয়াৰ পিচত ক্ৰমান্বয়ে ন্যায়, সাংখ্য, পাতঞ্জল, বৈশেষিক মীমাংসা আৰু বেদান্ত দৰ্শন সম্বন্ধে আলোচনা কৰিলেহে এই প্ৰবন্ধৰ সামৰণি পৰে। কিন্তু তেনে কৰিব খুজিলে প্ৰবন্ধ অতি বিস্তৃতহৈ পৰে। সেইদেখি এই প্ৰবন্ধত আন আন

দৰ্শনৰ কথা সমূলি উল্লেখ নহ'ল। তলত লিখা কাৰণে বয়সত সৰ্বকনিষ্ঠ হলেও, গৌৰবত সৰ্বজ্যেষ্ঠ বেদান্ত দৰ্শনৰ বিষয় দুটা কথা নোকোৱাকৈ এই প্ৰবন্ধ সামৰণি মাৰিব নোৱাৰি।

আন আন দৰ্শন শাস্ত্ৰ পৰিত্যাগ কৰি বেদান্তৰ বিষয়ে দুটা এটা কথা কব খোজাৰ বিশেষ কাৰণ এই, যে মীমাংসা আৰু বেদান্ত দৰ্শনৰ বাহিৰে আন আন দৰ্শন সম্পূৰ্ণ বেদানুগত নহয়। আনবিলাক দৰ্শনত বেদ বিৰুদ্ধ লৌকিক কথাও কিছু কিছু আছে। সেই দেখি বেদ বিশ্বাসী হিন্দুসকলে মীমাংসা আৰু বেদান্ত এই দুখন দৰ্শনৰ নিচিনা আন চাৰিখন দৰ্শন শাস্ত্ৰক সিমান গৌৰৱৰ স্থান নিদিয়ে। তাৰ ভিতৰতো কেৱল বেদান্ত দৰ্শনতহে ব্ৰহ্মবিদ্যা বা পৰাবিদ্যাৰ উপদেশ থকাত বেদান্তকে হিন্দুসকলে সৰ্বশ্ৰেষ্ঠ বুলি বিবেচনা কৰে। হিন্দুৰ এনে কোনো শাস্ত্ৰ নাই যি শাস্ত্ৰত বেদান্তৰ মত কিছু কিছু আলোচিত হোৱা নাই। পুৰাণ, তন্ত্ৰ প্ৰভৃতি গ্ৰন্থতো বেদান্তৰ মত বিশেষ আদৃত। মহানিৰ্বাণতন্ত্ৰ যোগাবশিষ্ঠ ৰামায়ণ আৰু মহাভাৰতৰো অংশ বিশেষত বেদান্তৰ মত বহু আলোচিত আৰু বহু আদৃত। শ্ৰীমৎভাগবত পুৰাণক অনেকে বেদান্তৰ ভাষ্য গ্ৰন্থহে বোলে। হিন্দুৰ এনে কোনো উল্লেখ যোগ্য ধৰ্ম সম্প্ৰদায় নাই, যি সম্প্ৰদায়ে নিজৰ সাম্প্ৰদায়িক সিদ্ধান্তৰ অনুৰূপে বেদান্তৰ ব্যাখ্যা কৰা নাই। হিন্দুৰ এনে কোনো প্ৰধান ধৰ্মাচাৰ্য্য নাই, যি নিজৰ মত অনুসাৰে বেদান্ত শাস্ত্ৰৰ সাৰুৱা ডাঙৰ এখন ভাষ্য গ্ৰন্থ ৰচনা কৰা নাই; ইত্যাদি কাৰণবশতঃ বেদান্তৰ ভাব বা চিন্তা প্ৰণালী হিন্দুৰ অস্থিমজ্জাগত হৈছে। হিন্দু আচাৰ্য্যৰ উপদেশ :—

আসুপ্তেৰামৃতেঃ কালং নয়েদ্বেদান্ত চিন্তয়।

টোপনি আহাৰ আগলৈকে আৰু মৃত্যুৰ পূৰ্ব পৰ্য্যন্ত বেদান্ত চিন্তাৰ দ্বাৰা সময় অতিবাহিত কৰিব; অৰ্থাৎ টোপনিৰ বাহিৰে গোটেই জীৱনত বেদান্তৰ উপদেশবিলাক অনুভৱ কৰিবৰ চেষ্টা কৰিব।

আন দৰ্শনতকৈ বেদান্ত দৰ্শনৰ আৰু এটা বৈশিষ্ট আছে। আন দৰ্শনত লৌকিক আৰু পৰমাৰ্থিক এই তুই ৰকম পদাৰ্থৰ বিচাৰ আছে। বেদান্তৰ বাহিৰে আন সকলো দৰ্শনে দৃশ্যমান জগতৰ সত্যতা স্বীকাৰ কৰিছে। বেদান্ত শাস্ত্ৰত এক ব্ৰহ্ম পদাৰ্থৰ বাহিৰে আন কোনো লৌকিক পদাৰ্থ স্বীকাৰ কৰা নাই। আৰু সেই দেখিয়েই বেদান্ত দৰ্শনত লৌকিক পদাৰ্গ বিভাগ এবং পদাৰ্থসকলৰ তত্বজ্ঞান জন্মিবৰ নিমিত্তে আৱশ্যকীয় প্ৰমাণ, প্ৰমেয় প্ৰভৃতিৰ কথাও বিশদৰূপে নাই। পৰবৰ্তী ভাষ্য প্ৰভৃতিত আন আন দৰ্শনৰ প্ৰত্যক্ষ অনুমান ইত্যাদিৰ ভাব থাকিলেও মূল সূত্ৰত এইবোৰ একো নাই। বেদান্ত মতে পৰিদৃশ্যমান জগতেই যেতিয়া অসত্য, তেতিয়া এই অসত্য বস্তুৰ জ্ঞানৰ অৰ্থে পদাৰ্থ বিভাগ বা প্ৰমাণ-প্ৰমেয় বিচাৰ প্ৰভৃতি সম্পূৰ্ণ অনাৱশ্যক। ইয়াত আৰু একাষাৰ কথা কোৱা উচিত, যে বেদান্তৰ মতে দৃশ্যমান জগত অসত্য হলেও আকাশকুসুম বা গন্ধৰ্ব নগৰীৰ নিচিনা একেবাৰে অলিক নহয়। পৰিদৃশ্যমান জগতৰো এটা ব্যৱহাৰিক সত্যতা আছে। কিন্তু এই সত্য ভ্ৰান্তি মূলক। এই ভ্ৰান্ত সত্যৰ দ্বাৰা লোক ব্যৱহাৰ চলি থাকিলেও জ্ঞান হলে বা অবিদ্যা নাশ হলে জগতৰ এই ব্যৱহাৰিক সত্যতাৰ কোনো অস্তিত্ব জ্ঞানীৰ মনত নাথাকিব।

বেদান্ত শাস্ত্ৰ তিনি ভাগত বিভক্ত। এই ভাগবিলাকক বেদান্তৰ ভাষাত প্ৰস্থান বোলে। সেই দেখি সমুদায় বেদান্ত শাস্ত্ৰ প্ৰস্থান ত্ৰয়, এই নামে অভিহিত হয়। প্ৰথম প্ৰস্থান হৈছে উপনিষদসকল। উপনিষদবিলাক শ্ৰুতি বা বেদৰ অংশ। সেই দেখি প্ৰথম প্ৰস্থানক শ্ৰুতি প্ৰস্থানো বোলে। দ্বিতীয় প্ৰস্থান হৈছে বেদব্যাস বিৰচিত বেদান্ত দৰ্শন বা ব্ৰহ্মসূত্ৰ বা উত্তৰমীমাংসা আৰু তাৰ টীকা, ভাষ্য প্ৰকৰণ গ্ৰন্থ প্ৰভৃতি। এই দ্বিতীয় প্ৰস্থানক ন্যায় বা তৰ্ক প্ৰস্থানো বোলে। তৃতীয় প্ৰস্থান হৈছে শ্ৰীমদ্ভাগবতগীতা আৰু তদনুৰূপ বেদান্তবোধক মহাভাৰত প্ৰভৃতিৰ গ্ৰন্থৰ অংশসকল। এই প্ৰস্থানক স্মৃতি প্ৰস্থান বোলে। যি হেতু গীতা, মহাভাৰত প্ৰভৃতি গ্ৰন্থ স্মৃতিৰ অন্তৰ্গত।

স্মৃতি হৈছে শ্ৰুতি বা বেদৰ অৰ্থ স্মৰণপূৰ্ব্বক যিবিলাক গ্ৰন্থ ত্ৰিকালদৰ্শী ঋষি সকলে প্ৰনয়ণ কৰিছিল, সেইবিলাক। শ্ৰীমদ্ভাগৱত গীতা বেদান্তৰ উপসংহাৰ গ্ৰন্থ। সমগ্ৰ বেদান্ত শাস্ত্ৰৰ সিদ্ধান্তবিলাক গীতাত সংক্ষেপ আৰু সৰলৰূপে অল্পবুদ্ধি অল্পসত্ত্ব লোকেও বুজিব পৰাকৈ সত্যৱতী সুত বেদব্যাসে ভগবান শ্ৰীকৃষ্ণৰ মুখেদি ব্যক্ত কৰিছে। গীতামাহাত্ম্যত লিখা আছে ঃ—

সৰ্ব্বোপনিষদো গাবো দোগ্ধা গোপাল নন্দনঃ।
পাৰ্থোবৎসঃ সুধীৰ্ভোক্তা দুগ্ধং গীতামৃতং মহৎ ॥

বেদান্ত শব্দৰ অৰ্থ জানিব খুজিলে প্ৰথমে বেদৰ বিষয়ে অলপ জানিব লাগে। বেদ অপৌৰুষেয়, সত্য অভ্ৰান্ত জ্ঞানৰ গ্ৰন্থ। বেদ দুই ভাগে বিভক্ত— মন্ত্ৰ আৰু ব্ৰাহ্মণ। মন্ত্ৰ ভাগক সংহিতাও বোলে। বেদৰ আৰণ্যক ভাগ ব্ৰাহ্মণ ভাগৰ অন্তৰ্গত। সংহিতা ভাগত মন্ত্ৰ আৰু ব্ৰাহ্মণ ভাগত সেই মন্ত্ৰবিলাকৰ প্ৰয়োগ প্ৰণালী বিশদৰূপে বৰ্ণিত আছে। সংহিতা আৰু ব্ৰাহ্মণ এই দুই ভাগৰ ভিতৰত যিসকল ব্ৰহ্ম প্ৰতিপাদক বাক্য আছে সেই সকলক উপনিষদ বোলে। উপশব্দৰ অৰ্থ শীঘ্ৰ, নিৰ অৰ্থ নিশ্চয়, সদ্ ধাতুৰ অৰ্থ বিচৰণ বা গতি। গতিকে উপনিষদ শব্দৰ অৰ্থ হয় যি বিদ্যা বা শাস্ত্ৰ জানিলে শীঘ্ৰে মুক্তি হয়, সেই বিদ্যা বা সেই শাস্ত্ৰ। বেদৰ এই উপনিষদ ভাগকে আচল বেদান্ত বোলে। বেদান্ত দৰ্শনৰ সূত্ৰবিলাকো উপনিষদকে ভিত্তি কৰি ৰচিত হৈছে। সেই দেখি বেদান্ত শব্দৰ অৰ্থে বেদৰ অন্ত বা শেষ নহয়। বেদান্ত শব্দৰ অৰ্থ বেদৰ ৰহস্য ভাগ। বেদান্ত শব্দই যে আচলতে উপনিষদকে বুজায় এই কথাকে লক্ষ্য কৰি বেদান্ত সাৰ গ্ৰন্থতো যতীন্দ্ৰ মহাত্মা সদানন্দই লিখিছে ঃ —"বেদান্ত নাম উপনিষদত প্ৰমাণম্। তদুপকাৰীনি শাৰীৰিক সূত্ৰাদীনিচ।"

বেদান্ত দৰ্শনত যে কেৱল উপনিষদত উক্ত বিষয়বিলাকহে আলোচিত হৈছে, তাৰ বাহিৰে আৰু একো নাই এনে নহয়, বেদান্ত দৰ্শনত জীৱৰ জন্মৰ পৰা মৃত্যু

বন্ধৰ পৰা মোক্ষ আৰু জগতৰ সৃষ্টিৰ পৰা প্ৰলয় পৰ্য্যন্ত সকলো বিষয়ৰে আলোচনা আছে। সংক্ষেপে কবলৈ গলে মানুহৰ যি যি বিষয় আৱশ্যক সেই সকলোবিলাক বিষয় একমাত্ৰ ব্ৰহ্ম পদাৰ্থক আশ্ৰয় কৰি আলোচিত আৰু ব্যাখ্যাত হৈছে।

অনেক ধৰ্ম্মাচাৰ্য্য আৰু অনেক বিখ্যাত পণ্ডিতে বেদান্ত দৰ্শনৰ অনেক ভাষ্য-টীকা ৰচনা কৰিছে। সেইবিলাক গ্ৰন্থত নিজ নিজ মতবাদ সমৰ্থনৰ অৰ্থে বিদ্যাবুদ্ধিৰ অশেষ প্ৰকাৰ আশ্চৰ্য্য কৌশলো প্ৰকাশ কৰিছে। এই টীকা আৰু ভাষ্যবিলাকৰে ভিতৰত ভগবান শঙ্কৰাচাৰ্য্যৰ শাৰীৰিক ভাষ্য বৈষ্ণবাগ্ৰগণ্য ভক্তপ্ৰবৰ আচাৰ্য্য ৰামানুজৰ শ্ৰীভাষ্য মাধবাচাৰ্য্যকৃত মাধ্বভাষ্য বিজ্ঞানভিক্ষুৰ ভাষ্য, নিম্বাৰ্ক ভাষ্য আৰু গৌৰীয় বৈষ্ণব সম্প্ৰদায়ভুক্ত শ্ৰীশ্ৰীচৈতন্য চৰণ-পৰায়ণ বলদেব বিদ্যাভূষণ কৃত গোবিন্দভাষ্য প্ৰভৃতি প্ৰধান।

এইসকল ভাষ্যকাৰৰ ভিতৰত ভগবান শঙ্কৰাচাৰ্য্যৰ বিশুদ্ধাদ্বৈতবাদ আৰু শ্ৰীশ্ৰীৰামানুজাচাৰ্য্যৰ বিশিষ্টাদ্বৈতবাদ দাৰ্শনিকসকলৰ ভিতৰত সৰ্বজন পৰিচিত। সেই দেখি আচাৰ্য্য দুজনৰ মতবাদ সম্বন্ধে অতি সংক্ষেপে দুই চাৰি আষাৰ কথা কোৱা হব। ইয়াতে 'বাদ' এই কথাটোৰ অৰ্থ পৰিষ্কাৰ কৰি লিখাৰ প্ৰয়োজন আছে বুলি ভাবোঁ।

কথা তিনি প্ৰকাৰ—বাদ, জল্প আৰু বিতণ্ডা। তত্ত্ব নিৰূপণ কৰিবলৈ কোৱা কথাক বাদ বোলে। তত্ত্ব নিৰূপণৰ অৰ্থেই বাদী-প্ৰতিবাদীৰ বিচাৰ-মূলক উত্তৰ প্ৰত্যুত্তৰযুক্ত কথাক জল্প বোলে। নিজৰ কোনো স্বকীয় মত বা বিশেষ কবলগীয়া কথা নথকাতো আনৰ মত খণ্ডনৰ অৰ্থে কৈ যোৱা কথাকে বিতণ্ডা বোলে। বিতণ্ডাকাৰী বক্তাই অনেক সময়ত কি কৈছে নিজেই তাৰ ভূ নাপায়। বিতণ্ডা নিকৃষ্ট কথা।

বেদান্তদৰ্শন চাৰি অধ্যায়ত বিভক্ত। প্ৰত্যেক অধ্যায়ত চাৰিটাকৈ পাদ বা পৰিচ্ছেদ আছে। গতিকে সমুদায় বেদান্তদৰ্শন ষোড়শ পৰিচ্ছেদত বিভক্ত। সমুদায় পৰিচ্ছেদৰ মাজত সূত্ৰসংখ্যা পাঁচ শ। প্ৰত্যেক পৰিচ্ছেদতে

এটা এটা বিষয় আলোচিত আৰু মীমাংসিত হৈছে। সেইসকল সংক্ষেপে উল্লেখ কৰাৰো স্থান ইয়াত নাই। আৰু সেইবিলাক বিষয় এনেদৰে এটা প্ৰবন্ধৰ ভিতৰত উল্লেখ কৰিবৰ চেষ্টা কৰিলে পদে পদে ভুল-ভ্ৰান্তি হোৱাৰো সম্ভাৱনা আছে। বিশেষতঃ যিমানখিনি বিদ্যাবুদ্ধি থাকিলে এইবিলাক বিষয় আলোচনা কৰিবৰ যোগ্যতা ওপজে, তিমানখিনি বিদ্যাবুদ্ধিও আমাৰ নাই। গতিকে এই প্ৰচেষ্টাৰ পৰা দূৰৈত থকাই বুদ্ধিমানৰ কাৰ্য্য হব।

আচাৰ্য্য **শঙ্কৰৰ** মতক বিশুদ্ধাদ্বৈতবাদ বোলে বুলি পূৰ্বেই কোৱা হৈছে। এই বিশুদ্ধাদ্বৈতবাদক মায়াবাদও বোলে। এইমতে একমাত্ৰ ব্ৰহ্মাই সৎ বা সত্যবস্তু, জগতৰ আন সকলো পদাৰ্থ অসৎ বা অসত্য। এই পৰিদৃশ্যমান জগত অসত্য হলেও মায়া বা অবিদ্যাৰ গতিকে সত্য বুলি প্ৰতিভাত হয়। মায়া বা অবিদ্যাৰ নাশ হলে জগত আৰু ব্ৰহ্মাৰ পৃথকতা ৰূপ মিথ্যা জ্ঞানো নাশ হয়। যেনে:— ৰজ্জুত সৰ্পভ্ৰম বা শুক্তিত ৰজত ভ্ৰম। মানুহে ভ্ৰমবশতঃ জৰীএডালকে সাপ যেন দেখে। চকচকীয়া শামুক এডোখৰকে ৰূপ যেন দেখে। কিন্তু জৰীডালক সাপ যেন দেখা বা শামুক ডোখৰক ৰূপ যেন দেখা ভ্ৰম জ্ঞান নাশ হলে জৰী জৰীয়েই থাকে, শামুক শামুকেই থাকে। সেইদৰে একমাত্ৰ ব্ৰহ্মপদাৰ্থকেই বিচিত্ৰ জগতৰূপে দেখা ভ্ৰম জ্ঞানো বা অবিদ্যা নাশ হলে কেৱল বিশুদ্ধ ব্ৰহ্মমাত্ৰ অৱশিষ্ট থাকে। মায়া বা অবিদ্যা ব্ৰহ্মৰ শক্তি। এই মায়াশক্তিৰ প্ৰভাব মুক্ত হৈ বিশুদ্ধ ব্ৰহ্মজ্ঞান লাভৰ বাবে শ্ৰবণ, মনন, নিদিধ্যাসনৰূপ সাধন প্ৰণালী অৱলম্বন কৰিব লাগে।

"শ্ৰোতব্যো শ্ৰুতিবাক্যেভ্যো মন্তব্যো চোপপত্তিভিঃ"।

এইদৰে বিশুদ্ধ ব্ৰহ্মজ্ঞান হলেই মানুহে মুক্তিলাভ কৰে। তেতিয়া আৰু জীৱ, জগত প্ৰভৃতিৰ পৃথকত্ব নাথাকে। ব্ৰহ্মজ্ঞ লোক ব্ৰহ্মই, সেই নিমিত্তে শ্ৰুতিয়ে উপদেশ দিছে।——

"ব্ৰহ্মবিদ ব্ৰহ্মৈব ভবতি"। তেতিয়া
যথানদ্যঃ স্যন্দ্যমানাঃ সমুদ্ৰে
স্তস্তং গচ্ছন্তি নামৰূপে বিহায়।
তথা বিদ্বান্ নাপৰূপাদ্বিমুক্তঃ
পৰাৎপৰং পুৰুষমুপৈতি দিব্যম্ ॥

আচাৰ্য্য ৰামানুজৰ মতক বোলে বিশিষ্টাদ্বৈতবাদ। এইমতে বস্তু তিনিটা —ঈশ্বৰ, চিৎ আৰু অচিৎ।

"ঈশ্বৰশ্চিদচিচ্চেতি পদাৰ্থ ত্ৰিতয়ং হৰিঃ।
ঈশ্বৰশ্চিত ইত্যুক্তো জীৱো দৃশ্য অচিত পুনৰিতি ॥

ঈশ্বৰ সকলোৰে আধাৰস্বৰূপ অনন্ত বস্তু। চিৎ, জীৱ আৰু অচিৎ ঈশ্বৰাশ্ৰিত জড়পদাৰ্থ। ঈশ্বৰ জীৱ আৰু জড় জগতবিশিষ্ট। সেই দেখি এইমতক বিশিষ্টাদ্বৈতবাদ বোলে। জীৱ আৰু জড় ঈশ্বৰৰ শৰীৰ স্বৰূপ। মহাপ্ৰলয় কালতো জীৱ আৰু জড় ঈশ্বৰত বীজৰূপে অৱস্থান কৰে আৰু সৃষ্টিৰ আদিত ঈশ্বৰৰপৰাই প্ৰকাশ হয়। জীৱ আৰু ঈশ্বৰৰ এই পৃথক ভাব সৰ্বকালিক। জীৱ আৰু ঈশ্বৰ কেতিয়াও একে হব নোৱাৰে। জীৱ আৰু জগতক ঈশ্বৰেই অন্তৰ্য্যামীৰূপে সকলো বিষয়তে পৰিচালিত কৰে। যেনেকৈ গছৰ ঠাল, পাত ইত্যাদি বেলেগ বেলেগ হলেও ঠাল, পাতবিশিষ্ট গছ মূলত এক, তেনেকৈ জীৱ আৰু জগতবিশিষ্ট ভগৱান শ্ৰীহৰি মূলত এক। এইমতে ঈশ্বৰ যেনে সত্যবস্তু, জীৱও তেনে সত্য বস্তু। এইমতে মুক্তি হৈছে ঈশ্বৰৰ পৰমানন্দ স্বৰূপ বিভৱ পূৰ্ণৰূপে উপভোগ কৰা; পূৰ্ণৰূপে ভগৱানৰ সেৱাৰ অধিকাৰ লাভ কৰা।

আচাৰ্য্য শঙ্কৰে যেনেকৈ একমাত্ৰ জ্ঞানকেই মুক্তিৰ উপায়ৰূপে নিৰ্দেশ

কৰিছে, আচাৰ্য্য ৰামানুজে তেনেকৈ একমাত্ৰ ভক্তিকে মুক্তিলাভ উপায় বুলি বৰ্ণনা কৰিছে। ৰামানুজৰ মতে জীৱমুক্ত কোনো হব নোৱাৰে। কেৱল মৃত্যুৰ পিচতহে লোকমুক্তিৰ অধিকাৰী হয়। জীৱন্মুক্ত পুৰুষ জগতত কোনো নাছিল, কোনো নাই, আৰু কোনো নহব। শাস্ত্ৰত জীৱন্মুক্ত সম্বন্ধে যিবোৰ কথা পোৱা যায় সেইবোৰ কথা বাস্তৱিকে সত্য নহয়। সেইবিলাক কথা প্ৰসংশাবাদ মাত্ৰ।

অহং ব্ৰহ্ম নচান্যোমি ব্ৰহ্মৈবাহং নশোকভাক্।
সচ্চিদানন্দ ৰূপোহং নিত্যমুক্ত স্বভাৱান॥

অৰ্থাৎ মই ব্ৰহ্ম, মই ব্ৰহ্ম এনেকৈ ভবা জীৱৰ পক্ষে মহা অপৰাধ।

আচাৰ্য্য শঙ্কৰ আৰু ৰামানুজৰ মত সৰ্বজন পৰিচিত বুলি পূৰ্বেই কোৱা হৈছে। সেইদেখি এই দুই মতৰ অতি সংক্ষেপ পৰিচয় দি এই প্ৰবন্ধ শেষ কৰা হল।

ওঁ শান্তিঃ ওঁ শান্তিঃ ওঁ শান্তিঃ

ওঁ পূৰ্ণমিদম্।

# প্ৰাচীন কামৰূপী ভাষা আৰু সাহিত্য।

অতি পূৰ্ব্বকালত ভাৰতবৰ্ষৰ পূব অঞ্চলটীত গুঠতে একেটী ভাষা প্ৰচলিত আছিল। সেই ভাষাৰ নাম আছিল পূৰ্ব্বমাগধী ভাষা। এই পূৰ্ব্বমাগধী ভাষাটোৱে কালক্ৰমত অলপ লৰচৰ হৈ উৰিয়া, মৈথিলী, কামৰূপী আদি নানা ভাগত বিভক্ত হৈছে। ভাষা ভাগ ভাগ হৈ বেলেগ হোৱাৰো কাৰণ আছে। এনেই বিনা কাৰণে এডোখৰ ঠাইত এক ৰকম আৰু আন এডোখৰ ঠাইত আন ৰকম ভাষা গঠিত হৈ নুঠে। আন. কাৰ্য্যৰ কাৰণ বিচৰাৰ নিচিনা ভাষা ভেদ কাৰ্য্যৰ কাৰণ বিচাৰ কৰিলেও আমি আন আন কাৰণৰ ভিতৰত এই দুটীকে প্ৰবল আৰু প্ৰধানৰূপে পাওঁ—যেনে প্ৰত্যেক দেশৰ প্ৰাকৃতিক সীমাভেদ, আৰু প্ৰত্যেক দেশৰ শাসন ভেদ।

ডাঙৰ নদ, নদী বা পৰ্ব্বত আদিৰ দ্বাৰা এডোখৰ ঠাই আন এডোখৰ ঠাইতকৈ বেলেগ হৈ থাকিলে সেই ঠাইবিলাকৰ অধিবাসীসকলৰ ভিতৰতো অবাধে মিলামিলি কৰিবৰ সুবিধা নথকা হয়। গতিকে ইঠাইৰ মানুহে সিঠাইৰ মানুহৰ আগত অবাধে মনৰ ভাব প্ৰকাশ কৰিব নোৱাৰাত ভাব প্ৰকাশৰ প্ৰণালীও বেলেগ হৈ পৰে। ভাব প্ৰকাশৰ প্ৰণালী ভেদেই ভাষা ভেদৰ আচল কথা। শব্দাংশত তো সকলো পূৰ্ব্বভাৰতীয় ভাষাত সাদৃশ্য থাকিবৰে কথা। প্ৰাকৃতিক প্ৰতিবন্ধকৰ দ্বাৰা দেশ ভেদ হলে যি যি কাৰণত ভাষাৰ ভেদ হয় ৰাজনৈতিক প্ৰতিবন্ধক অৰ্থাৎ বেলেগ ৰজাৰ বেলেগ শাসনতো সেই সেই কাৰণেই বেলেগ ভাষা সৃষ্টি হয়। এই নিয়ম অনুসৰি কামৰূপ ৰাজ্য বহুকালাবধি বেলেগ ৰজাৰ শাসনত বেলেগ স্বাধীন ৰাজ্য হৈ থকাৰ কাৰণেই পূৰ্ব্বভাৰতীয় ভাষাৰ কিছু লৰচৰ হৈ কামৰূপী ভাষাৰ সৃষ্টি হয়।

কৰিছে, আচাৰ্য্য ৰামানুজে তেনেকৈ একমাত্ৰ ভক্তিকে মুক্তিলাভ উপায় বুলি বৰ্ণনা কৰিছে। ৰামানুজৰ মতে জীৱন্মুক্ত কোনো হব নোৱাৰে। কেৱল মৃত্যুৰ পিচতহে লোকমুক্তিৰ অধিকাৰী হয়। জীৱন্মুক্ত পুৰুষ জগতত কোনো নাছিল, কোনো নাই, আৰু কোনো নহব। শাস্ত্ৰত জীৱন্মুক্ত সম্বন্ধে যিবোৰ কথা পোৱা যায় সেইবোৰ কথা বাস্তৱিকে সত্য নহয়। সেইবিলাক কথা প্ৰসংশাবাদ মাত্ৰ।

অহং ব্ৰহ্ম নচান্যোমি ব্ৰহ্মৈবাহং নশোকভাক্।
সচ্চিদানন্দ ৰূপোহং নিত্যমুক্ত স্বভাৱান॥

অৰ্থাৎ মই ব্ৰহ্ম, মই ব্ৰহ্ম এনেকৈ ভবা জীৱৰ পক্ষে মহা অপৰাধ।

আচাৰ্য্য শঙ্কৰ আৰু ৰামানুজৰ মত সৰ্বজন পৰিচিত বুলি পূৰ্বেই কোৱা হৈছে। সেইদেখি এই দুই মতৰ অতি সংক্ষেপ পৰিচয় দি এই প্ৰবন্ধ শেষ কৰা হল।

ওঁ শান্তিঃ ওঁ শান্তিঃ ওঁ শান্তিঃ

ওঁ পূৰ্ণমিদম্।

---

# প্ৰাচীন কামৰূপী ভাষা আৰু সাহিত্য।

অতি পূৰ্বকালত ভাৰতবৰ্ষৰ পূব অঞ্চলটীত মুঠতে একেটী ভাষা প্ৰচলিত আছিল। সেই ভাষাৰ নাম আছিল পূৰ্বমাগধী ভাষা। এই পূৰ্বমাগধী ভাষাটোৱে কালক্ৰমত অলপ লৰচৰ হৈ উৰিয়া, মৈথিলী, কামৰূপী আদি নানা ভাগত বিভক্ত হৈছে। ভাষা ভাগ ভাগ হৈ বেলেগ হোৱাৰো কাৰণ আছে; এনেই বিনা কাৰণে এডোখৰ ঠাইত এক ৰকম আৰু আন এডোখৰ ঠাইত আন ৰকম ভাষা গঠিত হৈ নুঠে। আন কাৰ্য্যৰ কাৰণ বিচৰাৰ নিচিনা ভাষা ভেদ কাৰ্য্যৰ কাৰণ বিচাৰ কৰিলেও আমি আন আন কাৰণৰ ভিতৰত এই দুটীকে প্ৰবল আৰু প্ৰধানৰূপে পাওঁ—যেনে প্ৰত্যেক দেশৰ প্ৰাকৃতিক সীমাভেদ, আৰু প্ৰত্যেক দেশৰ শাসন ভেদ।

ডাঙৰ নদ, নদী বা পৰ্বত আদিৰ দ্বাৰা এডোখৰ ঠাই আন এডোখৰ ঠাইতকৈ বেলেগ হৈ থাকিলে সেই ঠাইবিলাকৰ অধিবাসীসকলৰ ভিতৰতো অবাধে মিলামিলি কৰিবৰ সুবিধা নথকা হয়। গতিকে ইঠাইৰ মানুহে সিঠাইৰ মানুহৰ আগত অবাধে মনৰ ভাব প্ৰকাশ কৰিব নোৱাৰাত ভাব প্ৰকাশৰ প্ৰণালীও বেলেগ হৈ পৰে। ভাব প্ৰকাশৰ প্ৰণালী ভেদেই ভাষা ভেদৰ আচল কথা। শব্দাংশত তো সকলো পূৰ্বভাৰতীয় ভাষাত সাদৃশ্য থাকিবৰে কথা। প্ৰাকৃতিক প্ৰতিবন্ধকৰ দ্বাৰা দেশ ভেদ হলে যি যি কাৰণত ভাষাৰ ভেদ হয় ৰাজনৈতিক প্ৰতিবন্ধক অৰ্থাৎ বেলেগ ৰাজাৰ বেলেগ শাসনতো সেই সেই কাৰণেই বেলেগ ভাষা সৃষ্টি হয়। এই নিয়ম অনুসৰি কামৰূপ ৰাজ্য বহুকালাৱধি বেলেগ ৰাজাৰ শাসনত বেলেগ স্বাধীন ৰাজ্য হৈ থকাৰ কাৰণেই পূৰ্বভাৰতীয় ভাষাৰ কিছু লৰচৰ হৈ কামৰূপী ভাষাৰ সৃষ্টি হয়।

কামৰূপী ভাষা আৰু সাহিত্যৰ বিচাৰ কৰিব লাগিলে আগেয়ে কামৰূপৰ সীমাটীৰ প্ৰতি মন কৰিব লাগিব। কামৰূপৰ সীমাটীৰ ভাল জ্ঞান থাকিলে অনেক বাদ-বিসম্বাদৰ লেঠা মৰি থাকিব। কামৰূপৰ সীমা পূবে দিক্কৰবাসীনি বা আধুনিক দিকৰাই নদী, পশ্চিমে কৰতোয়া, উত্তৰে নেপালৰ কাঞ্চন অদ্ৰি অৰ্থাৎ হিমালয় পৰ্বতৰ নেপাল ৰাজ্যত থকা কাঞ্চনজঙ্ঘা শৃঙ্গ। দক্ষিণে ব্ৰহ্মপুত্ৰ আৰু লাক্ষা নদীৰ সঙ্গমস্থান। কাৰো কাৰো মতে চট্টগ্ৰামৰ চন্দ্ৰশেখৰ পৰ্বত। দক্ষিণৰ সীমাত মতভেদ থকাৰ কাৰণ অনুমান কৰিব পাৰি যে ৰাজ্যৰ হ্ৰাসবৃদ্ধিৰ লগে লগে দুই সময়ত দুই ৰকম সীমা হৈছিল; যাক ই ঐতিহাসিকসকলৰ গবেষণাৰ কথা। ইয়াত তাৰ সিমান প্ৰয়োজন নাই। এই সীমাৰ মাজ ডোখৰত যি ভাষা চলিছিল সেইয়ে আছিল প্ৰাচীন কামৰূপী ভাষা। আৰু এই ঠাইডোখৰৰ ভিতৰত যিবোৰ সাহিত্য সৃষ্টি হৈছিল প্ৰাচীন কবিসকলে যিবোৰ পুথি ৰচনা কৰিছিল, সেই আটাইবোৰেই প্ৰাচীন কামৰূপী সাহিত্য। এই সত্য কথাৰ প্ৰতি এতিয়া আমি কোনেও লক্ষ্য নাৰাখি থোৰা-কামোৰা কৰিছোঁ। একেখন পুথিকেলৈ এতিয়া বঙ্গালীসাহিত্যৰ ইতিহাসলিখকে আৰু অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ কথকে টনা-আজোৰা লগাইছে। অসমীয়াসকলে কয় গোৱালপাড়াত অসমীয়া ভাষা চলিব লাগে আৰু বঙ্গালী ভাইসকলে কয়—নহয় বঙ্গালী ভাষাহে চলিব লাগে। কিন্তু আচল কামৰূপৰাজ্যৰ প্ৰাচীন সীমাটীৰ প্ৰতি চকু কৰিলে এইবোৰ কাজিয়াৰ একো কাৰণ নাথাকে। সকলোৱে স্পষ্টতঃ স্বীকাৰ কৰিব যে গোৱালপাৰা নালাগে ৰংপুৰ, কোচবিহাৰ, জলপাইগুৰি আৰু পূৰ্ব-উত্তৰ বঙ্গৰ অনেক ঠাইকে আদি কৰি বৰ্তমান আসামৰ পূব সদিয়া নগৰকে অন্ত কৰি সকলো ঠাইতে চলিব লাগে কামৰূপী ভাষা। ভাষাক মানুহে গঢ়াব নোৱাৰে। ভাষা নিজে স্বয়ম্ভূ—নিজে নিজে আপুনি গঢ় লয়। যি দেশত যি ভাষা সেই দেশত সেই ভাষা চলি থাকিবই। তাত মানুহৰ বাধা জন্মোৱা

অস্বাভাৱিক। স্বভাৱৰ বিৰুদ্ধে জয়লাভ কৰা বৰ টান। সেইদেখি বৰ্তমান উন্নত বঙ্গালী ভাষা আৰু বঙ্গলা সাহিত্যৰ মহাপ্লাবনৰ দিনতো কোচবিহাৰ, ৰংপুৰ, আদিৰ কথিত গাৱঁলীয়া ভাষাত প্ৰাচীন কাপৰূপী ভাষাৰ সাচ লৰচৰ হোৱা নাই।

কিছুকাল আগেয়ে বঙ্গলা ভাষাও নাছিল আৰু আসামৰ নিৰ্মাসিত অসমীয়া ভাষাও নাছিল; আছিলমাত্ৰ পূবে কামৰূপী ভাষা আৰু পশ্চিমে মৈথিল ভাষা আৰু গৌড়ীয় ভাষা।

কামৰূপ ৰাজ্যৰ পশ্চিম খণ্ড বহুদিনৰপৰা বঙ্গদেশৰ অন্তভূ ক্তহৈ বেলেগ শাসনৰ তলত থকাত আৰু বঙ্গালীবিলাকেও তুইশ আঢ়েশ বছৰৰ পৰা ইংৰাজী শিক্ষালাভ কৰি আৰু ইংৰাজ জাতিৰ সংশ্ৰবত এটা বেলেগ উন্নত সাহিত্যৰ সৃষ্টি কৰাৰ ফলত কামৰূপৰ পশ্চিম অংশ ৰংপুৰ আদি ঠাইৰ সাহিত্যৰ ভাষা বেলেগ হৈ পৰিল যদিও কোৱা ভাষাত কামৰূপী থাচ্ এতিয়াও বিদ্যমান আছে। ক্ৰমে ক্ৰমে যে কোৱা ভাষাও সাহিত্যৰ ভাষাৰ আৰু শিক্ষা-প্ৰচাৰৰ লগে লগে বেলেগ হৈ যাব ধৰিছে তাক কোৱা বাহুল্যমাত্ৰ।

প্ৰাচীন কামৰূপৰ পূব অংশত এতিয়ালৈ তেনে উন্নত ধৰণৰ সাহিত্যৰ সৃষ্টিহৈ নুঠাত পূব খণ্ডৰ ভাষাৰ থাচ্ প্ৰাচীন কামৰূপীৰ অনুৰূপ এতিয়াও আছে। অনুৰূপ বোলা হল এই কাৰণতে—পূব অংশতো অৰ্থাৎ আধুনিক যাক আসাম বোলে সেই খণ্ডতো সাহিত্যৰ বিকাশৰ লগে লগে আৰু আন অনেক দাঁতি কাষৰীয়া পৰ্বতীয়া জাতিৰ সংশ্ৰৱত প্ৰাচীন কামৰূপী ভাষাৰ থাচ্ কিছু লৰচৰ হৈছে। এই লৰচৰ স্বাভাৱিক।

ভাষা আৰু সাহিত্য একে কথা। ভাষা নহলে সাহিত্য হব নোৱাৰে আৰু সাহিত্য নহলেও কোনো ভাষাই নিজক উন্নত বুলি পৰিচয় দিব নোৱাৰে। গতিকে প্ৰাচীন কামৰূপী ভাষাৰ অৱস্থা আলোচনা কৰিব লাগিলে বা প্ৰাচীন কামৰূপী ভাষাটো নো উন্নতে আছিল নে কথমপি ভাব প্ৰকাশ কৰিব পৰা এটী

ভাষাহে আছিল তাক জানিব খুজিলেও কামৰূপী ভাষাৰ সাহিত্য-সম্পদ বিচাৰ কৰাৰ আৱশ্যক হৈ পৰে। তাকে নকৰিলে তাক জানিবৰ আন কোনো উপায় নাই।

কামৰূপ দেশৰ ৰাজা ইন্দ্ৰপাল বৌদ্ধযতি হৈ যে বৌদ্ধধৰ্ম প্ৰচাৰ কৰি দেশ বিদেশত ফুৰিছিল সেই কথা এতিয়া পণ্ডিত সমাজত জনাজাত হৈছে। সেইদৰে আন আন বৌদ্ধযতিয়েও আন আন দেশত বৌদ্ধধৰ্মপ্ৰচাৰ কৰা আৰু কামৰূপী ভাষাত বৌদ্ধধৰ্মৰ পুথি লিখা কথা অনুমান কৰিবৰ যথেষ্ট কাৰণ আছে। এতিয়া নেপালৰ পৰা মহামহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰী মহাশয়ে আনি প্ৰচাৰ কৰা বৌদ্ধ দোহা গ্ৰন্থৰ কেতখিনিয়ে প্ৰাচীন কামৰূপী ভাষাত লিখা, তাত কোনো সন্দেহ নাই। এই সম্পৰ্কে এইটো কথাও মনকৰিবলগীয়া যে নেপালৰ কাঞ্চন অদ্ৰিলৈ প্ৰাচীন কামৰূপৰে অন্তৰ্গত আছিল। কামৰূপত প্ৰচলিত বেজালী মন্ত্ৰৰ অনেক পুথিও যে বৌদ্ধযতি আৰু নাথপন্থীসকলৰ দ্বাৰা ৰচিত তাক অনুমান কৰিবৰ যথেষ্ট কাৰণ বিদ্যমান আছে। এই সম্বন্ধে মন্ত্ৰ-সাহিত্য বুলি এটা বেলেগ প্ৰবন্ধত আলোচনা কৰি আসাম সাহিত্য সভাত তাক পাঠকৰা হৈছিল। বৌদ্ধ-দোহা আৰু মন্ত্ৰৰ পুথিবোৰকে সম্প্ৰতিকলৈ কামৰূপী ভাষাৰ লিখিত সাহিত্য বুলি ধৰিব পাৰি। গৰখীয়া গীত, নিচুকনি আদি অলিখিত বহু আদি-সাহিত্য থাকিলেও সেইসকল সাহিত্য পৰ্য্যায়ৰ পৰা বাদ দিয়া হল। প্ৰসিদ্ধ ময়নামতীৰ গীতো কামৰূপী ভাষাত লিখা আদি সাহিত্যৰ পুথি।

কামৰূপী সাহিত্য বহুদিনৰপৰা লাহে লাহে উন্নতিৰ পথত আগুৱাই আহিছিল। ডাকভনিতা, দীপিকাছন্দ প্ৰভৃতি গ্ৰন্থ কামৰূপী ভাষাত ৰচিত হৈছিল। তাৰ পাচৰ কালতো অনন্ত ৰামায়ণ আদি ভাল ভাল গ্ৰন্থ কামৰূপী ভাষাত ৰচিত হৈছিল। সেইবিলাক গ্ৰন্থ সাহিত্য হিচাবে অতি ওখ থাপৰ হলেও ভাৰতবৰ্ষত বৈষ্ণবধৰ্মৰ প্ৰচাৰৰ লগে লগে চতুৰ্দশ আৰু পঞ্চাদশ শতাব্দীৰ পৰাহে কামৰূপী সাহিত্যৰ উন্নতিৰ যুগ।

পঞ্চাদশ শতাব্দীৰ আদিৰপৰা সপ্তাদশ শতাব্দীৰ আদিলৈ এইখিনি সময়ে কামৰূপী প্ৰাচীন সাহিত্যৰ ভৰতুপৰীয়া। এই সময়ৰ ভিতৰতে কামৰূপী ভাষাত ৰামায়ণ, মহাভাৰত, শ্ৰীমদ্ভাগবত গীতা প্ৰভৃতি গ্ৰন্থৰ পদ্য আৰু গদ্য অনুবাদ ৰচিত হয়। এই সময়ৰ ভিতৰতে প্ৰায়বিলাক মহাপুৰাণ আৰু প্ৰায়-বিলাক উপপুৰাণৰে কামৰূপী ভাষাত অনুবাদ প্ৰচাৰিত হয়। এই সময়তে সাত্বত তন্ত্ৰ প্ৰভৃতি কিছুমান সাত্বত সংহিতাৰ অন্তৰ্গত পুথিও কামৰূপী ভাষাত লিখা হয়। এই সময়ৰ ভিতৰতেই কামৰূপী ভাষাত জীৱন চৰিত, সাধুকথা আদিৰ সম্বন্ধে পুথি লিখা হয়। হস্তীবিদ্যা মহাৰ্নৱ নামে হাতী চিকিৎসাৰ অমূল্য গ্ৰন্থ, বৈদ্য অনৰ নামে উৎকৃষ্ট দৰবৰ পুথিও এই সময়ৰ ভিতৰতে লিখা। নাৰীজ্ঞান আৰু চাৰ্জাবী সম্বন্ধেও কামৰূপী ভাষাৰ পদ্য ছন্দত লিখা পুথি পোৱা যায়। ধৰ্ম সংবাদ, অনাদি পতন, বলী ছলন, ৰুক্মিণী হৰণ, উষা পৰিণয় ইত্যাদি কত প্ৰকাৰ যে ডাঙৰ সৰু পুথি এই সময়ৰ ভিতৰত ৰচিত হয় তাক কৈ শেষ কৰিব নোৱাৰি। নামঘোষা, কীৰ্ত্তন, ভক্তিৰত্নাৱলী গ্ৰন্থও এই সময়ৰে লিখা। সাহিত্যৰ এইয়ে সৰ্ব্বতোমুখী গতি; ইয়াৰ উৎসাহদাতা আছিল কামৰূপৰ বিক্ৰমাদিত্য মহাৰাজা নৰনাৰায়ণ আৰু এই গতিৰ প্ৰৱৰ্ত্তক আছিল ৰামসৰস্বতী, শ্ৰীশঙ্কৰদেৱ, মাধৱদেৱকে প্ৰভৃতি কবি আৰু আন অনেক বংশৰ প্ৰসিদ্ধ কবিসকল।

প্ৰাচীন সাহিত্যৰ এই সৰ্ব্বতোমুখী প্ৰবল সোঁতত কিছু পৰিমাণে মন্দা ধৰিলেও প্ৰায় মান ভগনৰ আগলৈ এই স্ৰোতৰুদ্ধ হোৱা নাছিল। মানৰ অত্যাচাৰত এই স্ৰোত আসামত একেবাৰে বন্ধ হয়; আৰু পূৰ্ব্বকবিসকলৰ ৰচিত গ্ৰন্থৰো বেছি ভাগ নষ্ট হয়। কেৱল যিবোৰ পুথি সচাংবা সত্ৰত স্থাপিত আছিল, যিবোৰ পুথিক মানুহে ভগবানৰ প্ৰতীকৰূপে পূজা কৰিছিল, যিবোৰ পুথি অতিশয় জনপ্ৰিয় আছিল আৰু যিবোৰ পুথিক মানুহে পুত্ৰ পৰিবাৰতকৈও আদৰৰ বস্তুবুলি ভাবিছিল কেৱল সেইবোৰ পুথিক হে লুকুৱাই পলুৱাই কোনোমতে ৰক্ষা কৰিছিল।

মানৰ অত্যাচাৰ নোহোৱা চিলেট, ৰংপুৰ, কোচবিহাৰ আদি ঠাইত বিচাৰ কৰিলে এতিয়াও অনেক প্ৰাচীন কামৰূপী ভাষাত লিখা পুথি ওলাব পাৰে। মাজে সময়ে এনেকুৱা দুখন এখন পুথি ওলাই বঙ্গীয় সাহিত্য পৰিষদৰ পুথি ভড়ালত সোমাই থাকিব পাৰে। ভাষাৰ সমালোচনাত এতিয়া বঙ্গীয় সাহিত্য পৰিষদৰ পুথি ভড়ালত থকা বুলি কোৱা আৰু বঙ্গীয় প্ৰত্নতত্বান্বেষীৰ সুবিধা কৰি দিয়া খবৰ বাতৰি কেতিয়াবা কেতিয়াবা কাগজে পত্ৰে আমি পাওঁ, আৰু তাৰপৰা তুলি দিয়া দুই চাৰি ফাকি পদে সেইবোৰ পুথি কামৰূপী ভাষাত লিখা বুলি আমাৰ মনত সন্দেহ জন্মায় দিয়ে।

এই ক্ষুদ্ৰ প্ৰবন্ধত সকলো কথা আলোচনা কৰিব নোৱাৰি। তথাপি এই প্ৰবন্ধ লিখাৰ উদ্দেশ্য প্ৰাচীন ভাষা আৰু সাহিত্যৰ বাবে অনুসন্ধান স্পৃহা জাগ্ৰত কৰা। সেই হলেই এই প্ৰবন্ধ লিখাৰ শ্ৰম সফল হব।

ওঁ হৰিঃ; ওঁ হৰিঃ; ওঁ হৰিঃ।

# প্ৰাচ্য আৰু পাশ্চাত্য।

আজি বহুদিনৰ পৰা ধীৰে ধীৰে আহি সংপ্ৰতি ভাৰতবৰ্ষত প্ৰাচ্য আৰু পাশ্চাত্য ভাবৰ এটা সংঘৰ্ষ উপস্থিত হৈছে। এই সংঘৰ্ষৰ ফলত ডেকা পাশ্চাত্যই গাৰ বলেৰে হেচি আহি বুঢ়া প্ৰাচ্যক কৈছে তোমাৰ ভোগৰ কাল উলকি গৈছে; তুমি বুঢ়া, জৰাজীৰ্ণ মোৰ বাবে ঠাই মুকুলি কৰি আঁতৰি যোৱা। এই কথাত বুঢ়া প্ৰাচ্যৰ সন্মতি অসন্মতিলৈ অপেক্ষা নকৰি বুঢ়া প্ৰাচ্যক ডেকা পাশ্চাত্যই ক্ৰমে হৈচিহে আছে। কিন্তু কথা হৈছে আমাকলৈ; "হাতী মহৰ যুঁজ লাগে উলু খৰিকাৰ মৰণ মিলে"। প্ৰাচ্য পাশ্চাত্যৰ সংঘাতত আমাৰ থানথিতি নোহোৱা হৈছে। আমাৰ এক দলে কৈছে—বেচ ভাল হৈছে অকামিলা বুঢ়া প্ৰাচ্যক সাবটি ধৰি থাকিলে কি হব? বুঢ়াক ঠেলি ঠুলি নি চফল ডেকা পাশ্চাত্যকহে আমাৰ বৰণ কৰি লোৱা উচিত। আন এদলে কৈছে নহয়, চফল ডেকা পাশ্চাত্যৰ ধুন পেচ আৰু উত্তগুালিত আমি তিষ্ঠিব নোৱাৰিম; আমাৰ বুঢ়া প্ৰাচ্যই ভাল। আমাক বুঢ়া প্ৰাচ্যহে লাগে। "বুঢ়া হক বেথা হক ভূঞা-পোৱালী।"

বাস্তৱ ক্ষেত্ৰত ভাবিব গলে এই দুয়ো দলৰে কথাৰ মূল্য কম। সংসাৰত বুঢ়া-ডেকা দুয়োৰো প্ৰয়োজন আছে। বুঢ়া নহলে যিদৰে ঘৰ আলি হয়, ডেকা নহলেও সেইদৰে ঘৰৰ কাম কাজ নচলে। আমাক লাগে বুঢ়াৰ জ্ঞান, বুদ্ধি, বহুদৰ্শিতা আৰু ডেকাৰ উদ্যম, উৎসাহ ও কৰ্মশক্তি। বুঢ়াৰ জ্ঞান-বুদ্ধি বহুদৰ্শিতাৰ সহায়লৈ ডেকাই উৎসাহ উদ্যমেৰে সৈতে কৰ্মশক্তি প্ৰয়োগ কৰিলেহে সকলো বিষয়তে নিয়াৰি উন্নতি সাধন কৰিব পাৰি। সেইদেখি আমি বুঢ়াপ্ৰাচ্যক যিদৰে সেৱাকৰিব লাগে ডেকা পাশ্চাত্যকো সেইদৰে বৰণ কৰি লব লাগে।

প্ৰাচ্যৰ পৰা আমি গ্ৰহণ কৰিব লাগে আধ্যাত্মিকতা, ত্যাগ, বৈৰাগ্য, বিনয় আদি সৰু গুণবোৰ আৰু পাশ্চাত্যৰ পৰা লব লাগে বিপুল উৎসাহ, দুৰ্নিবাৰ কৰ্মশক্তি, ইহলৌকিক সুখ ভোগৰ স্পৃহা ইত্যাদি। তেহে আমি দুয়োৰো সংমিশ্ৰণত জীৱধাৰণ কৰি এটা জাতিৰূপে জগতত তিষ্ঠি থাকিব পাৰিম। নহলে কেৱল প্ৰাচ্যৰ আধ্যাত্মিকতাক সাৰটি ধৰি পাশ্চাত্যৰ বৰ্তমান ভাবক জড়বাদ বুলি অবজ্ঞাকৰি তাৰ ফালে পিঠি দি থাকিলে বিংশশতাব্দীৰ জীৱন যুদ্ধত আমাৰ পৰাজয় সুনিশ্চিত আৰু পাশ্চাত্যৰ জড়বাদমূলক ভোগ-স্পৃহাকে অকল মুখ্যভাবে সাৰটিধৰি থাকিলেও কল্যাণ নাই। অকল পাশ্চাত্যৰ জড়বাদমূলক ভোগ-স্পৃহাই আমাক আনি দিব বৰ্তমান ইউৰোপৰ প্ৰলয়ঙ্কৰী অশান্তি, মানুহে মানুহে খোৱা-কামোৰা, টনা-আজোৰা, ধনী-শ্ৰমিকৰ বিবাদ-বিসম্বাদ। এই অবস্থাও মানুহৰ বাঞ্চনীয় নহয়।

সকলো সভ্যতাতে সুগুণ, দুগুৰ্ণ, দুয়ো আছে। প্ৰাচ্যৰো সকলো ভাল নহয় আৰু পাশ্চাত্যৰো সকলো বেয়া নহয়। গতিকে আমাৰ কৰ্তব্য হৈছে দুয়ো সভ্যতাৰ পৰা যি ভাল তাক সংগ্ৰহ কৰি লোৱা। আমাৰ সৌভাগ্যৰ ফলতহে আমি দুই ৰকম উন্নত সভ্যতাৰ সংশ্ৰৱত দুয়ো সভ্যতাৰ পৰা ভাল ভাল গুণবোৰ গ্ৰহণ কৰিবৰ সুযোগ লাভ কৰিব পাৰিছোঁ। এনেকুৱা সুবৰ্ণ সুযোগ মানুহে পোৱা টান। আমি অৱহেলা কৰি এই সুযোগ বতাই নিজৰ আৰু জগতৰ কল্যাণ সাধন কৰিব নোৱাৰিলে ভগবানৰ ওচৰত জগৰীয়া হব লাগিব। ভগবানৰ প্ৰদত্ত সুযোগ অৱহেলা কৰিলে নিশ্চয় তাৰ প্ৰায়চিত্ত কৰিব লাগিব। ভাৰতবৰ্ষই এইটো বৰ ডাঙৰ কৰ্তব্য পালন কৰিব লগা হৈছে।

প্ৰাচ্যৰ ত্যাগ আৰু পাশ্চাত্যৰ ভোগ এই দুই ৰকম বিপৰীত ভাবৰ সামঞ্জস্য কৰি জগতৰ কল্যাণৰ অৰ্থে ভাৰতবাসীক নিমিত্ত মাত্ৰ কৰি পৰমেশ্বৰে নতুন এটা সভ্যতাৰ সৃষ্টি কৰিবৰ অভিপ্ৰায় কৰিছে। জ্ঞানীসকলে দূৰ দৃষ্টিৰ ফলত এই সত্য উপলব্ধি কৰিব পাৰিছে। আমি ইয়াৰ বিপৰীত আচৰণ কৰিলে তাৰ

ফলো আমিহে ভোগ কৰিব লাগিব; নিজৰ অকল্যাণ নিজে মাতি অনা হব।

বিদ্যানুৰাগ, সত্যানুসন্ধানস্পৃহা, দেশভ্ৰমণ, স্বদেশ আৰু স্বজাতিৰ প্ৰতি অনুৰাগ, অধ্যবসায় প্ৰভৃতি সদ্গুণবোৰ আমি বৰ্তমানক্ষেত্ৰত পাশ্চাত্যৰ পৰা গ্ৰহণ কৰিব লাগিব। তাকে নকৰি যদি এইবোৰ পাশ্চাত্যৰ পৰাহে লব লাগিব নে বুলি অহঙ্কাৰত মত্ত হৈ এইবোৰ অবজ্ঞা কৰোঁ, তেনেহলে আমাৰ আত্ম বঞ্চনাহে কৰাহে হব। কিন্তু সেইবুলি যদি আমি এইবোৰ সদ্গুণ গ্ৰহণ কৰাৰ লগে লগে অনুকৰণ স্পৃহাৰ বশবৰ্তী আকৰ্ষণত পাশ্চাত্যৰ আহাৰ-বিহাৰ, পোষাক-পৰিচ্ছদ, হাবভাব আদিও গ্ৰহণ কৰি নিজৰ দেশৰ সমাজ, শিক্ষা, সভ্যতা, শাস্ত্ৰ-সদাচাৰ সকলোকে বেয়া বুলি পৰিত্যাগ কৰোঁ আৰু ইউৰোপখন আনি ভাৰতবৰ্ষৰ বুকুত পাতি দিব খোজোঁ, তেনেহলে আমাৰ জাতীয় আত্মহত্যা হে কৰা হব; জাতিৰ উন্নতি সাধন কৰা নহব। সেই দেখি আমি কৰিবলগীয়া হৈছে আমাৰ সমাজ, আমাৰ শিক্ষা, আমাৰ সভ্যতা, আমাৰ আহাৰ-বিহাৰ, পোষাক-পৰিচ্ছদ, ৰীতি-নীতি আৰু শাস্ত্ৰ-সদাচাৰ সকলোকে ৰক্ষা কৰি আনৰ য'ত যি ভাল আছে তাক আমাৰ মাজত কেৱল প্ৰচাৰ কৰিলেই নহব ভালদৰে চলন্তিও কৰিব লাগিব।

যি জাতিয়ে কেৱল গ্ৰহণহে কৰে আনক দিবলৈ একো নিবিচাৰে বা যি জাতিৰ আনক দিবলৈ একো বাকী নাথাকে সেই জাতি মগনীয়া। মগনীয়াৰ নিজৰ একো অস্তিত্ব নাই; মগনীয়া সদায় দাতাৰ অনুগ্ৰহাকাঙ্ক্ষী। মগনীয়াৰ নিজৰ কোনো অস্তিত্ব নথকা গুণে সি নিজৰ অজ্ঞাতসাৰে গৈ দাতাৰ মুঠিৰ ভিতৰত প্ৰবেশ কৰি এদিন নোহোৱা হয়। যি কোনো জাতিৰ পক্ষেই এই অৱস্থা অতি ভয়ঙ্কৰ। অতি ভয়ঙ্কৰ অৱস্থাৰপৰা সদায় দূৰৈত থাকিবৰ যত্ন কৰিব লাগে। ইতিহাসৰ প্ৰতি চকু দিলেই এই কথাৰ সত্যতা প্ৰতিপন্ন হব।

এই ভাৰতবৰ্ষলৈয়ে কত দেশৰপৰা কত জাতি বিজয়ীৰ বেগে আহি

ভাৰতবৰ্ষতেই নাই-সুই হৈ গল। সকলো ভাৰতীয় হিন্দুজাতিৰ অন্তৰ্গত হল। তাৰো প্ৰধান আৰু প্ৰবলতম কাৰণ সেইবোৰ জাতিয়ে ভাৰতক দিবলৈ নিজৰ দেশৰপৰা একো লৈ অহা নাছিল। আহিছিল কেৱল ভাৰতবৰ্ষৰপৰা নিবলৈহে, গতিকে সেইবিলাক জাতি দাতা-জাতিৰ অন্তভূৰ্ক্ত হল। সেইদেখি আমিও সদায় গ্ৰহণ কৰিবৰ ইচ্ছা নকৰি দিবৰ বাবেও যত্ন কৰিব লাগে। আমাৰ দিবৰ বস্তু বহুতো আছে।

পাশ্চাত্যৰপৰা উদ্যম, উৎসাহ, কৰ্মনৈপুণ্য প্ৰভৃতি আমি যেনে দৰে গ্ৰহণ কৰিবলাগে, তেনেদৰে পাশ্চাত্যকো দিব লাগে—আধ্যাত্মিকতা, ত্যাগশীলতা, নিস্বাৰ্থপৰতা, ঈশ্বৰ নিৰ্ভৰশীলতা আদি। যাৰ ফলত ইউৰোপৰ ঘোৰ স্বাৰ্থপৰতা, তুলিবাৰ ভোগ-স্পৃহা আদি প্ৰশমিত হৈ ইউৰোপক শান্তি পূৰ্ণ কৰি ৰাখিব।

এই আদান-প্ৰদানৰ ফলতে ভাৰতবৰ্ষ আকৌ এদিন মহামানবতাৰ পৱিত্ৰ ক্ষেত্ৰ হব; জগতৰ গুৰুৰূপে বিৰাজিত হব। আগৰ নিচিনা আকৌ এদিন এই ভাৰতবৰ্ষৰপৰাই মৈত্ৰী আৰু কৰুণাৰ পৱিত্ৰ স্ৰোত বৈ গৈ জগতক পৱিত্ৰ আৰু শান্তিপূৰ্ণ কৰিব। বিশ্বগুৰু মহৰ্ষিসকলৰ এই মহৎ আদৰ্শকে আগতলৈ কবিসম্ৰাট ৰবীন্দ্ৰনাথ ঠাকুৰে পৃথিৱী ভ্ৰমণ কৰি ফুৰিছে; এই মহামানবৰ মহা আশা ভগবানে পূৰ্ণকৰক; জগত কল্যাণময় হওঁক। ভগবানে সকলো অকল্যাণ, সকলো অশোভন, ৰোগ, শোক-পাপ-তাপ, অশান্তি আদি দুৰ কৰি সংসাৰক সুখ আৰু শান্তিৰ স্থান কৰক।

ওঁ সৰ্বেভদ্ৰনি পশ্যন্তু॥

—:o:—